# জালুকবাৰীৰ নিবিড় লগন

প্ৰদীপ দাস

দাস পাব্লিছিং কনচাৰ্ণ
জালুকবাৰী, গুৱাহাটী -৭৮১০১৪

**Jalukbarir Nibir Lagan**—An Assamese novel written by Pradip Das and Published by Dr. Bhabesh Das M/s Das Publishing concern, Jalukbari Guwahati-781014. June 1987 Price Rs. 12.00 only.

---

জালুকবাৰীৰ নিবিড় লগন

প্ৰদীপ দাস

গাড়ীগাওঁ, গুৱাহাটী-৭৮১০১২

প্ৰকাশক

ডাঃ ভবেশ দাস

দাস পাব্লিছিং কনচাৰ্ণ

জালুকবাৰী, গুৱাহাটী-৭৮১০১৪

প্ৰথম প্ৰকাশ

জুন ১৯৮৭

মূল্যঃ ১২.০০ টকা

বেটুপাত—

পৰিকল্পনা লেখকৰ

অঙ্কন—শ্ৰীশম্ভু বৰুৱা

মুদ্ৰক

বৰ্ণালী প্ৰিণ্টাৰ্ছ

গোটানগৰ, গুৱাহাটী-৭৮১০৩৩

# নিবেদন

জালুকবাৰী, উত্তৰ পূৰ্বাঞ্চলৰ শিক্ষা সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ। ইয়ালৈ প্ৰতি বছৰে হাজাৰে হাজাৰে যুৱক যুৱতী অধ্যয়নৰ বাবে আহে। বিভিন্ন প্ৰান্তৰ, বিভিন্ন সম্প্ৰদায়ৰ, বিভিন্ন ধৰ্মৰ, বিভিন্ন ভাষা-ভাষী তথা বিভিন্ন মানসিকতাৰ যুৱক যুৱতীবোৰ আহি জালুকবাৰীত মিলি পৰে আৰু নিজকে গঢ়ি তুলিবলৈ মহোপুৰুষাৰ্থ কৰে। জীৱনৰ মিশ্চন সাৰ্থক কৰি তুলিবলৈ যেন নিজকে জ্ঞানৰ ফেক্টৰীত গঢ়ি পিটি প্ৰস্তুত কৰি লয়। পিতৃ মাতৃয়ে আশা কৰা মতে কোনোজন ডাঙৰ মানুহ হয়, কোনো নহয়, ভগ্ন হৃদয় আৰু পঙ্গু ভৱিষ্যতৰ বোজালৈ জালুকবাৰী ত্যাগ কৰে। বিৰাট কৌতুহলেৰে বাল্য তথা কৈশোৰ অৱস্থাৰ পৰাই এই যুৱক যুৱতীবোৰৰ কাৰ্য্যক্ৰমণিকা পৰ্য্যবেক্ষণ কৰি আহিছো। শিক্ষক গৱেষক, প্ৰশিক্ষক তথা অন্যান্য ব্যক্তি বিশেষৰ ক্ৰিয়া কৰ্ম নীৰৱে অনুধাবন কৰি সেইবোৰৰ মৰ্মাৰ্থ বুজিবলৈ চেষ্টা কৰিছো। দুটা বা তিনিটা বছৰৰ বাবে জালুকবাৰীলৈ অহা ইজনে সিজনৰ সতে মিলি পৰা লগনবোৰ নিবিড়ৰ পৰা নিবিড়তৰ কৰি নিজৰ লগতে সমাজখনক আগুৱাই নিয়াৰ বাবে যুৱক যুৱতীসকলৰ যি সৃষ্টিকামী প্ৰচেষ্টা, সেই প্ৰচেষ্টা সচাই প্ৰনিধান যোগ্য। নানান ঘাট প্ৰতিঘাতৰ মাজেৰে অগ্ৰসৰ হোৱা তেনে এচাম যুৱক যুৱতীৰ কল্পিত কাহিনীয়েই "জালুকবাৰীৰ নিবিড় লগন।"

লিপিবদ্ধ কাহিনীটো কিতাপ আকাৰে ছপা কৰি উলিওৱাত উপাধ্যক্ষ নাৰায়ণ দাস ডাঃ ভবেশ দাস, শ্ৰীনৰেন দাস, শ্ৰীবৰদা কুমাৰ দাস শ্ৰীমুকুন্দ দাস শ্ৰীজিতুমণি শৰ্মা, আৰু বৰ্ণালী প্ৰিন্টাৰ্চৰ স্বত্বাধিকাৰ শ্ৰীহেমন্ত কুমাৰ দাসে আগবঢ়োৱা সহায় সহযোগিতাৰ কথা সোঁৱৰণ নকৰিলে অকৃতজ্ঞতাৰ দোষে চুব।

'জালুকবাৰীৰ নিবিড় লগন' অপৈণত হাতৰ প্ৰথম সৃষ্টি। গ্ৰন্থকে দোষমুক্ত বুলি দাবী কৰাটো নিতান্তই হাস্যকৰ। পঢ়ুৱৈ সমাজে পুথিখনি মৰমৰ চকুৰে চালে শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

২০।৬।৮৭

গাড়ীগাওঁ, গুৱাহাটী-১২

প্ৰদীপ দাস



স্বৰ্গীয়া মা ৰুক্মিণী দাসৰ পবিত্ৰ স্মৃতিত

আলুকবাৰীৰ নিবিড় লগন

অৰ্পণ কৰিলো।

—প্ৰদীপ দাস

## (এক)

জালুকবাৰী, গুৱাহাটী মহানগৰীৰ পশ্চিম প্ৰান্তৰ এখনি ব্যস্ততা-পূৰ্ণ ঠাই। নাতিদূৰত মহাবাহু ব্ৰহ্মপুত্ৰৰ বিশাল বাৰিধি। দক্ষিণে বসন্তৰ পূৰ্ণপয়োভৰ, চিৰসেউজ কালেশ্বৰ পাহাৰ। বাবা ব্ৰহ্মপুত্ৰই কঢ়িয়াই অসমীয়াৰ হৃদয়ৰ বতৰা। অনাদি অনন্ত কাল জুৰি প্ৰবাহমান এই ব্ৰহ্মপুত্ৰৰ পাৰত কত বুৰঞ্জীৰ উত্থান পতন হৈছে তাৰ লেখ জোখ নাই। কত বুৰঞ্জী ৰচিত হৈছে তাৰ ইয়ত্তা নাই। কিন্তু বাবা ব্ৰহ্মপুত্ৰ চিৰ প্ৰবাহমান, কাৰো নিৰ্দেশত থমকি ৰোৱা নাই। দুয়োপাৰৰ গছ-লতিকাৰ মৃদু সুবাসত উন্মনা মানুহবোৰৰ যেন নীৰৱ সাক্ষী এই ব্ৰহ্ম-পুত্ৰ নৈ। অসমীয়াৰ হাঁহি আৰু চকুলোৰ অনন্ত আকৰ, জালুকবাৰীৰ সমীৰণেও কঢ়িয়াই আনে সেই হাঁহি আৰু কান্দোনৰ মৃদু কম্পন।

জালুকবাৰী। প্ৰাকৃতিক সৌন্দৰ্য্যৰে পূৰ্ণ মনোমুগ্ধকৰ ঠাই। চৌদিশ ব্যস্ততাপূৰ্ণ, অথচ কতো অকণো কোলাহল নাই, তেনেই শান্ত সৌম্য পৰিবেশ। যেন তাহানিৰ ঋষি মুনিৰ পূণ্য আশ্ৰম। শাৰী শাৰী কৃষ্ণ-চূড়াৰ মাজে মাজে বিৰাজমান কেতবোৰ বিশাল ভৱন। সেইয়া গুৱাহাটী বিশ্ববিদ্যালয়। জালুকবাৰীত অৱস্থিত এখন অনন্য জ্ঞানালয়। যিখন জ্ঞানালয়ে ভাৰতৰাষ্ট্ৰৰ অবহেলিত উত্তৰ পূৰ্বাঞ্চলৰ অজ্ঞান অন্ধকাৰ ৰাশি নাশ কৰি জ্ঞানৰ আলোকেৰে উদ্ভাষিত কৰি তুলিছে। 'এন্ধাৰৰ ভেটা ভাঙি প্ৰাগজ্যোতিষত বোৱাইছে জেউতি নিজৰাৰ ধাৰ'। বহুতো বিদ্যোৎ-সাহী ব্যক্তিৰ আশা আকাংক্ষা তথা হাড়ভঙা শ্ৰমেৰে গঠিত এই অনুষ্ঠান অসমীয়াৰ অতি মৰমৰ। ইয়াৰ জন্মলগ্নত মাগনী বুঢ়ীৰ দান আছে, শিখ ভাইভাবৰ অকৃত্ৰিম প্ৰেৰণা আছে। নিজে অশিক্ষিত হৈও শিক্ষাৰ মূল্য হৃদয়ঙ্গম কৰিব পৰা এইচাম সঁচা আৰু মেহনতী জনতাৰ আশা-

শুধীয়া শ্ৰম আৰু অহোপুৰুষাৰ্থৰ বাবেই এদিন গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্ম হৈছিল।

গুৱাহাটী বিশ্ববিদ্যালয়লৈ, জ্ঞানৰ এই আশ্ৰমথনলৈ সন্ধানলনীকৈ আহি থাকে সদ্য প্ৰস্ফুটিত বহুতো উত্তাল যৌৱন। বহু আশাৰে, বহু কামনাৰে আহি জালুকবাৰীৰ ধূলি বালি আৰু নিৰ্লজ্জ প্ৰেমিক কৃষ্ণচূড়া বোৰৰ সতে মিতালি পাতি নিজকে গঢ়ি তুলিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। জীৱনৰ মিশ্চন সাৰ্থক কৰি তুলিবলৈ যেন নিজকে জ্ঞানৰ কাৰখানাত গঢ়ি পিতি প্ৰস্তুত কৰি লয়। কাৰোবাৰ আশা পূৰ্ণ হয়। মাক দেউতাকে আশা কৰামতে 'ডাঙৰ মানুহ' হয়। কোনো নহয়, হব নোৱাৰে। ভগ্ন হৃদয় আৰু পঙ্গু ভৱিষ্যতৰ বোজা কঢ়িয়াই জালুকবাৰী ত্যাগ কৰে। জালুকবাৰীত কটোৱা সময়কণৰ সদ্ব্যৱহাৰৰ বাবেই কাৰোবাৰ জীৱনত সত্য সুন্দৰৰ দেউল গঢ়ি উঠে। আকৌ সেই সময়কণৰ অসদ্ব্যৱহাৰৰ বাবেই কাৰোবাৰ জীৱনলৈ নামি আহে অকাল নৈৰাশ্য তথা মানসিক বাৰ্দ্ধক্য। সময়ৰ নিষ্ঠুৰতাত হাবুদাবু খাই খেনোৱে জীৱনৰ যৱনিকাও মাতি আনে তাৰ বাবে কিন্তু জালুকবাৰী স্থবিৰ নহয়। গতিত চলি যায় জালুকবাৰীৰ দায়েৰী। ৰচিত হৈ থাকে নতুন বুৰঞ্জী।

জালুকবাৰীৰ অতীতো আছে। অসমবুৰঞ্জীৰ 'শৰাইঘাট' শব্দটোৱে অসমীয়াৰ শৰীৰত পুলক জগায়। জালুকবাৰীত সিচঁৰিত হৈ থকা, অবলুপ্তিৰ পথত আগবঢ়া গড়বোৰে শৰাইঘাটৰ যুদ্ধ আৰু লাচিতৰ বীৰত্বৰ বিজয়দম্ভ অদ্যাপি ঘোষণা কৰি আছে। জালুকবাৰী নামটোৰো ঐতিহাসিক তাৎপৰ্য্য আছে। অতীতত হেনো হাঁবি জঙ্গলেৰে ভৰি থকা এই ঠাইখনত ভালুকৰ অবাধ বিচৰণ আছিল; কাজেই ঠাইখনে জালুকবাৰী নাম পাইছিল। কিছুমানৰ মতে জালুক খেতিৰ প্ৰাচুৰ্য্যতাৰ বাবেই ঠাইখনৰ নাম জালুকবাৰী হৈছিল। অৱশ্যে এতিয়া জালুকবাৰীত জালুকৰ খেতি নাই, বন্য ভালুকো নাই। মানুহৰ দুৰ্বাৰ প্ৰৱজনে জালুকবাৰীৰ পূৰ্বৰ পৰিবেশ সলনি কৰি দিলে। বনৰ ভালুক পলাল। বুদ্ধিজীৱি সৃষ্ট বিৰাট আলয়বোৰে জালুকৰ খেতি পথাৰবোৰৰ বিলুপ্তি

সাধিলে। তাৰ ঠাইত আৰম্ভ হল জ্ঞানৰ খেতি।

গুৱাহাটী বিশ্ববিদ্যালয়লৈ বিভিন্ন ঠাইৰ পৰা বিভিন্ন সম্প্ৰদায়ৰ, বিভিন্ন গোষ্ঠীৰ, বিভিন্ন ভাষাৰ আৰু বিভিন্ন মানসিকতাৰ হেজাৰ হেজাৰ ছাত্ৰ-ছাত্ৰী অধ্যয়ন কৰিবলৈ আহে। জালুকবাৰীত ফুলিথকা কৃষ্ণচূড়াৰ পাপৰিৰ দৰেই সিহঁতৰ মন, মনত অফুৰন্ত আশা, চকুত বন্দী হৃদয়ত দুৰ্নিবীত ভাষা। যৌৱন নামৰ এক মহাশক্তিৰ আলম লৈ সিহঁতে হাঁহিময় পৃথিবীৰ সপোন দেখে। এখন উকা সমাজ আৰু সূৰ্য্যৰ দৰে সত্য সভ্যতা সিহঁতৰ অতীৱ কাম্য। দুখ, দৈন্য, ক্লেশ তথা মানুহৰ মাজত থকা নৈৰাশ্যৰ অবসান ঘটাই হাঁহিময় জীৱন গঢ়াই সিহঁতৰ জীৱনৰ মিশ্চন।

আৰু তেনে মিশ্চন লৈয়েই অহীন্দ্ৰ গগৈ নামৰ যুৱক এজন আহিছিল যোৰহাটৰ পৰা, শঙ্কৰ ভাগৱতী টিহুৰ পৰা, স্মাতা বৰুৱা ধুবুৰীৰ পৰা, জন লিংড চিলঙৰ পৰা, এম. জি. সিং মণিপুৰৰ পৰা ......আৰু,? আৰু বহুতো আহিছিল। ভ্ৰান্ত সমাজ ব্যৱস্থা, সোপা-ঢিলা ৰাজনীতি, পঙ্কিলময় ভাষা-সংস্কৃতি আৰু মানুহৰ মাজলৈ নামি অহা বন্য হিংস্ৰতাৰ অৱসান ঘটোৱাটো যুৱমানসৰ প্ৰধান কৰ্ত্তব্য বুলি, সেয়া হৃদয়ঙ্গম কৰি এই যুৱকসকলে সন্তৰ্পণে নিজৰ যাত্ৰাপথত খোজ দিছিল।

বিশ্ববিদ্যালয়লৈ বহু ছাত্ৰই আহে। বিভিন্ন প্ৰান্তৰ পৰা অহা বিভিন্ন মানসিকতাৰ প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীৰ নিজস্ব আশা আকাঙ্খাও আছে। ৰঙীন চচ্‌মা পিন্ধি পৃথিবীখন ৰঙীন দেখাৰ দৰে যৌৱনশক্তিৰ বলত বলীয়ান হৈ বহুত যুৱক যুৱতীয়ে সিহঁত পৃথিবীৰ সমস্ত শক্তিৰ উৰ্দ্ধত বুলি ৰূপকথাৰ নায়ক নায়িকাৰ দৰে ৰোমাঞ্চভৰা জীৱন উপ-ভোগো কৰে। গতানুগতিক ক্লাছ কৰা, বয়ফ্ৰেইণ্ড বা গাৰ্লফ্ৰেইণ্ডৰ সতে কেণ্টিনত চাহ খাই গল্পগুজৱ কৰা, আবেলি সাতমাইল মাৰ্কেট, মালিগাওঁ বা পাণবজাৰত গৈ আড্ডামৰা বহু ছাত্ৰ-ছাত্ৰীৰ দৈনন্দিন দায়েৰীৰ অন্তৰ্ভুক্ত। বিশ্ববিদ্যালয়ত পঢ়া কালছোৱাত ভাৰা সাহিত্যৰ

চেমিনাৰ পাতি, সাংস্কৃতিক সন্ধিয়াৰ আয়োজন কৰি, কোনো বিজ্ঞ-পুৰুষৰ তিৰোধান বা তিৰোভাৱ তিথি উদযাপন কৰি অডিয়েন্স কপাই দিয়া লেক্‌চাৰ মাৰি বহু ছাত্ৰছাত্ৰীয়ে নিজৰ তথাকথিত 'ফিল্ড' বঢ়াই লয় আৰু এইদৰে দুটা বছৰ কটাই নোট্‌চ মুখস্থ কৰি প্ৰথম বা উচ্চ দ্বিতীয় শ্ৰেণীলৈ শেহান্ত পৰীক্ষা উত্তীৰ্ণ হৈ 'হাইৰেঙ্ক'ৰ চাকৰীত যোগ দি জালুকবাৰী ত্যাগ কৰে। জালুকবাৰী ত্যাগ কৰাৰ লগে লগে ছাত্ৰ-জীৱনত গোৱা আদৰ্শৰ জয়গান পাহৰণিৰ গৰ্ভত বিলীন হয়। দুৰ্নীতিৰ নামত সাতকিল মৰা ছাত্ৰজন পিছলৈ সাংঘাটিক দুৰ্নীতিপৰায়ণ হৈ পৰে। হয়তো তেওঁলোকে ভাবে, ছাত্ৰজীৱনত আদৰ্শৰ চিন্তা কৰা, সমাজ সচেতনতা তথা বিপ্লৱবাদী চিন্তাধাৰাৰ চৰ্বিত চৰ্বন কৰাটো নিতান্তই সহজাত, কিন্তু সেই চিন্তা বা কৰ্মস্ফুৰণ পিচৰ কৰ্ম জীৱনতো অটুট ৰখাৰ কোনো যুক্তিযুক্ততা নাই।

অৱশ্যে সকলো ছাত্ৰছাত্ৰীয়েই যে এনে, সেয়া নহয়। তেওঁলোকৰ মাজতো সদা সমাজ সচেতন আদৰ্শনীয় ব্যক্তি বিদ্যমান, যি জীৱনটোক এটা টকা ঘটা যন্ত্ৰ বুলি গণ্য নকৰে, জীৱনটোক সহজাত কাৰ্য ক্ৰমণিকাৰ ঠেলাগাড়ী বুলি নাভাবে। জীৱনৰ গুৰুত্ব সম্পৰ্কে তেওঁলোকৰ সুস্থ ধাৰণা আছে। আহাৰ; মৈথুন আৰু নিদ্ৰা এই তিনি কৰ্মৰ বাহিৰে মানৱ জীৱনত কৰণীয় কৰ্তব্য আৰু অনেক আছে বুলি তেওঁলোক নিশ্চিত। তেওঁলোক অৱশ্যেই সামাজিক দায়বদ্ধতা সম্পৰ্কে সচেতন। আৰু সমাজত এইচাম ব্যক্তিৰহে একান্ত প্ৰয়োজন।

এইবোৰ কথা অপ্ৰিয়, কিন্তু সত্য। সেই কাৰণেই অহীন্দ্ৰৰ কেভিয়াবা খোকোজা লাগে। অহীন্দ্ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাত-কোত্তৰ মহলাৰ দৰ্শন বিভাগৰ ছাত্ৰ। শ্বেত, ক্ষীণ, মুখভৰা দাড়ি আৰু নিতান্তই সাধাৰণ সাজপাৰ পৰিহিত এইছাত্ৰজন বিশ্ববিদ্যালয় চৌহদত খুবেই পৰিচিত। বিশ্ববিদ্যালয়ৰ শিক্ষক, ছাত্ৰ, কৰ্মচাৰী আনকি ওচৰ পাজৰৰ গাওঁৰ অধিকাংশ মানুহেই অহীন্দ্ৰক চিনি পায়, তাৰ ব্যক্তিত্বক শ্ৰদ্ধা কৰে। তাৰ স্পষ্টবাদিতা তথা বাক চাতুৰ্য্যতা কেতবোৰ ছাত্ৰ-

ছাত্ৰীৰ কৌতূহলৰ বিষয়।

অহীন্দ্ৰ কবি, সি কবিতা লিখে। সাম্প্ৰতিক অসমীয়া সাহিত্যত অহীন্দ্ৰ গগৈ এটি চিনাকি নাম। তাৰ কবিতা বঙলা আৰু হিন্দী ভাষালৈকো অনূদিত হৈছে। এবাৰ নতুন দিল্লীত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় নবীন কবি সন্মিলন এখনত অহীন্দ্ৰই সভাপতিত্বও কৰিছিল।

অৱশ্যে অহীন্দ্ৰক এটা চামে বেয়াও নোপোৱা নহয়। তাৰ ভিতৰত অহীন্দ্ৰৰ ৰুমমেট প্ৰবালো এজন। প্ৰবাল স্নাতকোত্তৰ মহলাৰ ছাত্ৰ। কিন্তু ছাত্ৰ এজনৰ কৰ্ত্তব্য সি নকৰে। ক্লাছ খতি কৰি হলেও সপ্তাহত অন্ততঃ তিনিখন চিনেমা চোৱা, ৰুমত বহি কোনো ছাত্ৰ-ছাত্ৰীৰ প্ৰেমৰ গল্প কৈ জমোৱা, পাণবজাৰ বা 'ইউনিভাৰচিটি মাৰ্কেট'ত গৈ আড্ডামৰা আৰু ৰাতি দুই-তিনি বজালৈকে অশ্লীল কিতাপ আলোচনী পঢ়া তাৰ দৈনন্দিন ডায়েৰীৰ অন্তৰ্ভুক্ত। আনহাতে সি বিশ্ববিদ্যালয় চৌহদত অন্যতম হিৰো। চাইলেন্সাৰ খোলা মটৰ চাইকেল চলাই বুকু ফিন্দাই সি চৌহদত ঘূৰা-ফিৰা কৰে। সাধাৰণ কথাতেই হোষ্টেলৰ কৰ্মচাৰীৰ সতে কাজিয়া কৰে, দাবি ধমকি দিয়ে। অহীন্দ্ৰই প্ৰবালৰ এনে উশৃঙ্খলতাত প্ৰথমে হাত দিছিল সেই কাৰ্য্যৰ পৰা তাক বাৰণ কৰাৰ বাবে অপৰিসীম চেষ্টা কৰিছিল, কিন্তু পিচলৈ অপমানিত হৈ কমাই দিছে, অৱশ্যে একেবাৰে এৰি দিয়া নাই। এই সন্দৰ্ভত অহীন্দ্ৰই প্ৰবালক কয়—'সমাজ গঢ়াৰ দায়িত্ব ছাত্ৰ সমাজৰহে, গতিকে ছাত্ৰৰ প্ৰধান কাম হ'ল সমাজৰ হিতৰ বাবে জ্ঞান আহৰণ কৰা আৰু সেই জ্ঞানেৰে সামাজিক অজ্ঞতা দূৰ কৰা। ব্যক্তিগত জীৱনৰ সুখ স্বাচ্ছন্দ তথা নিজৰ ভবিষ্যৎ নিৰাপত্তাতকৈ সামাজিক জীৱনৰ সুখ আৰু নিৰাপত্তাত নিজকে আত্মনিয়োগ কৰা দৰকাৰ; অহীন্দ্ৰৰ এনে ধৰণৰ মন্তব্যৰ বাবেই ছাত্ৰ মহলত সি এটা বিতৰ্কৰ সমল। প্ৰবালহঁতৰ 'ফাইল'টোৱে তাক 'কবিৰাজ', 'তাৰচিণ্ডা যন্ত্ৰ' 'মডেল' আদি উপনামেৰে বিভূষিত (?) কৰিছে।

প্ৰবালে কেতিয়াবা অহীন্দ্ৰক কয়, 'আৰে দোষ্ট, ইউনিভাৰচিটিলৈ

আহিছা পি, জি, পঢ়িবলৈ, তাতে আকৌ হোষ্টেলত থাকি, গতিকে অলপ জমাই লোৱা। ডেকা ল'ৰা এজনে যদি 'জমাই' নথকা ভেন্তে 'জমাব' কোনে? আৰু এটা কথা দোষ্ট, ইমান 'আইডিয়েল' হৈ তুমি জীৱনত একো কৰিব নোৱাৰা, চাবা পিচলৈ ভীষণ পস্তাবা'।

'পস্তাম? কিয়??'

'কিয় মানে তুমি সদায় ডেকা হৈ থাকিবা নেকি? এদিন বুঢ়া হবাই' আৰু তেতিয়া কি কৰিবা? ধৰ্মৰ নাম লব লাগিব, ডেকা কালৰ আনন্দ তেতিয়া তোমাৰ বাবে আকাশ-কুসুম হৈ পৰিব'।

'তাৰ মানে আপুনি মোক যৌৱন উপভোগ কৰাৰ কথাই 'ইনডাইৰেক্টলি কব খুজিছে'?

'ইয়েছ, ইনডাইৰেক্টলি কিয়, ডাইৰেক্টলি কৈছো।'

হো-হোকৈ হাঁহি দিছিল অহীন্দ্ৰই, প্ৰবালৰ কথা শুনি। সি কৈছিল 'যৌৱন প্ৰত্যেক জীৱৰ শৰীৰলৈ এদিন আহে, তাত নতুনত্ব একো নাই। কিন্তু সেইবুলি যৌৱনৰ বতাহত নিজকে এৰি দিলে সময়ে আমাক ক্ষমা নকৰিব। উত্তৰ পুৰুষৰ ওচৰত আমি জৱাব দিহি হ'ব লাগিব।'

'ৰাবিছ' কৰবাৰ : বন্ধ কৰা তোমাৰ লেকচাৰ। মই তোমাৰ আদৰ্শৰ কথা শুনি সময় নষ্ট নকৰো।'

বিকট শব্দ কৰি দৰ্জাখন মাৰি প্ৰৱাল কমৰ পৰা ওলাই যায়। ক্ষন্তেক পিচতে তলৰ মহলাৰ পৰা এনফিল্ডখন উলিয়াই ষ্টাৰ্ট দিয়ে তাৰ পিচত ফুলস্পিদত হোষ্টেল কম্পাউণ্ডৰ বাহিৰ হৈ কোনোবাফালে ওলাই যায়।

এনেকুৱা প্ৰায়ে হয়। অহীন্দ্ৰই কিবা অলপ ভাল কথা কব খুজিলেই প্ৰবালে তাত বৈপৰীত্য আনে। দুয়োৰে মাজত তাকে লৈ তৰ্ক হয়। কোনোজনে হাৰ নামানে। শেষত প্ৰবালে অহীন্দ্ৰৰ ওপৰত খং কৰি কমৰপৰা ওলাই যায়। প্ৰবালৰ আচৰণত অহীন্দ্ৰৰ হাঁহি উঠে, কৌতুক অনুভৱ কৰে। কিন্তু কেতিয়াবা খঙো উঠে, যেতিয়া

সি ভদ্রতাৰ সীমা চেৰাই যায়, এজন 'চিনিয়ৰ' ফেল' হিচাপে অহীন্দ্রই প্রবালক সমীহ কৰি নচলা নহয়, চলে। কিন্তু অভিধানত বিছাৰি নোপোৱা কেতবোৰ অশ্লীল শব্দেৰে যুক্তি তৰ্কৰ অৱতাৰণা কৰিলে তাৰ ভীষণ খং উঠে। সেই খং তাৰ মুখমণ্ডলত সম্পূর্ণ প্রস্ফুটিত হয়। আৰু তেতিয়া প্রবালে গম পায় যে অহীন্দ্রৰ খং উঠিছে। গতিকে সি কমৰ পৰা ওলাই যায়।

প্রবালৰ ওপৰত খং উঠিলেও তাৰ উশৃঙ্খলতাক ঘিণ কৰিলেও কিয় জানো অহীন্দ্রই তাক ঘিণ কৰিব নোৱাৰে। চিনিয়ৰ ফেল' নাইবা ৰূমমেট হিচাপেই নহয় তাক এজন অগ্রজ ব্যক্তি হিচাপেই অহীন্দ্রই ব্যৱহাৰ কৰে। তাৰ প্রতি কিবা এক অহৈতুক মৰমো আছে। অবুজ প্রীতি আছে। নিচাযুক্ত বস্তু সেৱন কৰি প্রায়ে অসলগ্ন ভাবে শুই পৰা প্রবালৰ আওপকীয়াকৈ থকা হাতভৰি ঠিক কৰি, জোতা মোজা খুলি আঁতৰা তৰি, তাৰ পিচত বেডকভাৰখন গাত জাপি দিহে নিজেও শুই পৰে। সামান্য অসুখতেই নাৰ্ভাচ হৈ পৰা প্রবাল নামৰ উতনুৱা লৰাজনক এটি সৰু মৰম আকলুৱা শিশু যেন লাগে। আৰু তেতিয়া তাৰ পূৰ্বৰ অনাহুত আচৰণবোৰে অহীন্দ্রক আমনি নকৰে। সি মাথো ভাবে এইটো এটা শিশু, পবিত্র মনৰ সি একো নাজানে। তাক অবলম্বন লাগে। অলপ মৰম লাগে।

এই ক্ষেত্রত সি দেৱ আৰু পিলানিৰ পৰা অদ্ভুত কদৰ্থনাও শুনিছে। নিজৰ শাৰিৰীক শক্তি তথা ধনৰ বলত মদমত্ত হাতীৰ দৰে গুৰু গোসাঁই নমনা প্রবালে চুইপাৰৰ লৰা পিলানিক পুতৌ কৰি চলে। পিলানি বিশ্ব বিদ্যালয়ৰ ছাত্র যদিও প্রবালে তাক তাৰ প্রাপ্য মৰ্য্যাদা নিদিয়ে। সেইদৰে বিশ্ববিদ্যালয় চতুৰ্থ'শ্রেণীৰ চাকৰিয়াল দেৱক এটি ইতৰ জীৱৰ দৰে ব্যৱহাৰ কৰিব খোজে। দৰিদ্র ঘৰৰ লৰা শঙ্কৰ ভাগৱতীক সকলো ক্ষেত্রতে হাঁহিয়াতৰ পাত্র কৰি তোলে। কিন্তু পিলানি, দেৱ তথা শঙ্কৰে প্রবালৰ এই দৌৰাত্ম সহ্য নকৰে। তাৰ কতৃত্ব নিৰ্বিবাদে মানি নলয়। সিহঁতে সদায় প্রবালৰ বিৰুদ্ধাচৰণ কৰে।

অহীন্দ্রৰ ম ত পৰে এটা নিৰ্দ্দিষ্ট দিনৰ কথা। বিশ্ববিদ্যালয়ত নাম

ভৰ্ত্তি কৰি হোষ্টেলত থাকিবলৈ লোৱাৰ এমাহো হোৱা নাই। তেনেই নতুন পৰিবেশ। জালুকবাৰীৰ বতাহ-পানীৰ স'তে ভালদৰে যোগসূত্ৰ স্থাপন হোৱাই নাই। সেইদিনা দুপৰীয়া ক্লাছবৰপৰা আহি হাঁতত এখন আলোচনী লৈ অহীন্দ্ৰ বিছনাত পৰিছিল। ৰুমমেট প্ৰবালে আন এজন লৰাৰ সতে দাবা খেলি আছিল। প্ৰবালে তালৈ চাই সুধিছিল 'গগে চিগাৰেট আছে নেকি?'

'ওহো নাই! মই চিগাৰেট নাখাওঁ।'

'চাধা?'

'চাধাও নাখাওঁ'

'চাধাও নোখোৱা? তুমি আচৰিত লৰা দেই। আমি দেখোন চাধা চিগাৰেট নহলে একো কামেই কৰিব নোৱাৰো।' প্ৰবালে কৈছিল।

'সেয়া অৱশ্যে অভ্যাসৰ ওপৰত নিৰ্ভৰ কৰে।' অহীন্দ্ৰই সহাৰি জনাইছিল। প্ৰত্যুত্তৰত প্ৰবালে একো নকৈ সঙ্গীজনলৈ চাই কলে 'ই চাল্লা মৰিল কত? চোৱাচোন এবাৰ আকৌ?' সঙ্গীজন উঠি গল।

প্ৰবালে অহীন্দ্ৰক সুধিলে 'দেৱক লগ পাইছিলা নেকি অহীন্দ্ৰ?

'ওহো নাই।'

'ই চাল্লাই দিউটিৰ সময়খিনি পাল মাৰি কটায়। আহকচোন আজি, তাৰ মজা বাহিৰ কৰি দিম। ননচেন্সবোৰ।'

ক্ষন্তেক পিচতে সঙ্গীজনে হোষ্টেলৰ চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী দেৱক মাতি আনিলে। দেৱক দেখি প্ৰবাল জ্বলি উঠিল, 'চাল্লা, চু (অশ্লীল)! তোৰ দিউতি কত বে? চাকৰি কৰিব আহিছ নহয়? একে দিনাই খেদা খাবি বুজিছ। যদি চাকৰি কৰাৰ ইচ্ছাই নাই, আহ কিয়?'

দেৱ হতভম্ব। কথাটো কি? প্ৰবালে তাক এইদৰে অবাইচ মাতেৰে গালি দিছে কিয়? সি বুজি নাপালে তাৰ দোষ কি! সেয়েহে সি সুধিলে, 'কি হৈছে বাবু। মোক এইদৰে গালি কিয় পাৰিছে?'

'আকৌ কুৱেশ্চন কৰিছ? ইডিয়ট; কথাষাৰৰ লগে লগে প্ৰবালে

দেৱৰ গালত ঠাচকৈ চৰ মাৰি দিলে। দেৱই মতা নাছিল। মাথো যৌৱনপুষ্ট গালত তেজবোৰ গোট খাই উঠা শিৰশিৰণি বোধৰ উপশম ঘটাবলৈ সি লাহে লাহে হাতেৰে মোহাৰি দিছিল, আৰু এটা সময়ত সি অনুভৱ কৰিছিল তাৰ গালত পুঞ্জীকৃত তেজবোৰে যেন বিদ্রোহ আচৰিছে। সিহঁতে কেন্দ্রীয় স্নায়ুতন্ত্রক উত্তেজিত কৰি তুলিছে। কেন্দ্রীয় স্নায়ুতন্ত্রৰ নির্দ্দেশমতেই তাৰ মুষ্টিবদ্ধ হাত এখন আগুৱাই গৈছে প্রবালৰ ফালে। চকুত তাৰ ক্রুদ্ধ নাগিনীৰ দৃষ্টি, যি দৃষ্টিত প্রতিফলিত হৈছে অন্যায়ৰ প্রতিবাদৰ ভাষা।

অহীন্দ্রই দেখিলে যে ঘটনা প্রবাহ অন্য দিশেহে ঢাল খায় এতিয়া। যদি দেৱই প্রবালৰ গাত হাত দিয়ে তেন্তে তাৰ চাকৰিটোৰেই শেষ হব, আৰু যদি তাৰ চাকৰিটো শেষ হয় তেন্তে হয়তো এটি অভাৱগ্রস্ত পৰিয়াল তিল তিলকৈ মৃত্যু মুখলৈ আগবাঢ়িব। ওহো এয়া হবলৈ দিব নোৱাৰি। অহীন্দ্রই দেৱক সাবটি ধৰিলে। 'বোলা দেৱ বাহিৰলৈ যাওঁ।' তাক বাহিৰলৈ লৈ আহি পুনৰ কলে—'তুমি আৰু আগ নাবাঢ়িবা দেৱ, যি হৈ গল তাৰ বাবে দুখ নকৰিবা, বিদ্রোহো নকৰিবা। কাৰণ তুমি এজন চতুৰ্থ শ্রেণীৰ চাকৰিয়াল আৰু প্রবাল এজন ছাত্র। ছাত্রৰ গাত হাত দিলে প্রশাসনে তোমাক শাস্তি দিব।'

'কিন্তু মোৰ দোষ কি?' থোকা খুকি মাতেৰে দেৱই সুধিলে। অজানিতে এটি হুমুনিয়াহ ওলাই আহিল অহীন্দ্রৰ। দেৱৰ চকুলৈ চাই দেখে তাৰ চকুত চকুপানী। সি কান্দিছে।

'তোমাক প্রবালে কেতিয়াবাৰ পৰা চিনাকি আছিল। কলৈ গৈছিলানো?'

'প্রি.কক্টে ৱার্ডেনৰ ঘৰলৈ যাব কৈছিল।' আৰু হেৰি নহয় মইতো বেছি দেখি কবাও নাই'।

'এৰা'। দেৱই মিছা কথা কোৱা নাই। সি মিছা নকয়। সৰু মানুহ (?) হলেও দেৱহঁতৰ দৰে মানুহবোৰ নীচ নহয়। তথাকথিত আধুনিকতাৰ আবহাৱাত সিহঁত উঠি ডাঙৰ হোৱা নাই। ইহঁত প্রবঞ্চনা শিকা নাই। মাথো আন্তৰিক কাম কৰি যোৱাই

যেন সিহঁতৰ লক্ষ্য। অথচ প্ৰবালে সিহঁতৰ সকলোভাক ইতৰ-পাতৰ সবেই ব্যৱহাৰ কৰিব খোজে।

বেদনাৰে ভাৰাক্ৰান্ত মন এটি লৈ দেৱ কাঁতৰি গ'ল। হোষ্টেলৰ আন ল'ৰালৈ আগংচা দেখলৈ অনিমেষনেত্ৰে চাই ৰ'ল অহীন্দ্ৰই। কি দোষ আছিল এই সহজ সৰল ডেকাজনৰ। চতুৰ্থ শ্ৰেণীৰ চাকৰিয়াল বুলিয়েই তাৰ ওপৰত ইমান দোৰাত্ম্য দেখুওৱাটো নীতি-বিগৰ্হিত কাম নহয়নে? প্ৰিফেক্টৰ কথামতে সি গৈছে ৱাৰ্ডেনৰ কোৱাৰ্টাৰলৈ ইফালে ইহঁতে ভাবিছে সি ডিউটি নকৰি কৰবাত বহি আছে। মানুহৰ মন-বোৰ ইমান নীচ হব পাৰে! ধুনীয়া অৱয়বৰ মাজত থকা মনবোৰে ইমান কুৎচিত চিন্তা কেনেকৈ কৰিব পাৰে। এইবোৰ কথাকে ভাবি আছিল অহীন্দ্ৰই, এনেতে প্ৰবালে মাত দিলে 'তাক আৰু ছুটামান দিব লাগিছিল গৈগে। ইহঁতক মৰম কৰোতে লাই পাই গৈছে। চব ফাংফুং। চাল্লা চুৰৰ জাত!'

'কিন্তু এটা কথা চৌধুৰী, তাৰ গাত হাত দিয়াতো মোৰ বোধেৰে উচিত হোৱা নাই। কাৰণ কৰ্মচাৰী এজনক মাৰধৰ কৰাটো গুৰুতৰ অপৰাধ। তাৰ কিবা দোষ পালে আপুনি 'কমপ্লেইন' কৰিব পাৰে, প্ৰশাসনে তাৰ বিচাৰ কৰিব।'

"অ-নো! তুমি কি বলকিছা এইবোৰ! প্ৰশাসন! গুলী মাৰা গুৱাহাটী ইউনিভাৰচিটিৰ প্ৰশাসন। চব ফাঁকীদাৰৰ দল, এই কাৰণে আজি পিয়ন চকিদাৰেও প্ৰশ্ৰয় পাৰে।

'কিন্তু সেইটো ফাঁকি দিয়া নাই। প্ৰিফেক্টৰ কথামতে সি গৈছিল ৱাৰ্ডেনৰ ঘৰলৈ।'

'মিছা কথা। সি বেটা গৈছিল মেডৰ পট্টিত। সোৱা নহয় মেডৰ পট্টি। তাত ইউনিভাৰচিটিৰ প্ৰফেচৰ এজন থাকে নহয়।' কালেৰৰ পাহাৰৰ পাদদেশত থকা জুপুৰি কেইবোৰলৈ আঙুলিয়াই প্ৰবালে কৈছিল।' প্ৰবালৰ কথা শুনি অহীন্দ্ৰ বিস্ময়াভূত হৈ সুধিছিল,' 'প্ৰফেচৰ? কোন প্ৰফেচৰ?'

প্ৰবালে সুৰুঙিকভাৱে কৈছিল। "এজনা' নতুন ... ...

পেলেন হিলোবাৰীয়ে কলে 'বুজিছা গগৈ, পিলানি নামেৰে মেডৰৰ ল'ৰা এজনে এইবাৰ ইউনিভাৰচিটিত এডমিছন লৈছে। সি মেডৰ হয়। দেৱ প্ৰায়ে তাৰ তালৈ যায়।'

অহীন্দ্ৰই সেইকালে চালে বিকালে প্ৰবালে আঙুলিয়াই দিছিল। কালেশ্বৰ পাহাৰৰ নামনিত থকা এডোখৰ জলাশয়। মাজে মাজে থকা ওখ ঠাইবোৰত কেতবাৰ জুপুৰি ঘৰ। এটি সৰু টিনৰ ঘৰ আৰু দুই-এজোপা গছৰে সৈতে 'থান' এখন। এখন বৰা কথা। বাই, ইমানেই। অহীন্দ্ৰই আৰু অইন বস্তুত চকু ফুৰুৱালে।

সেইদিনাটি গধূলি। হোষ্টেলৰ লৰা সিংহাংশই ওলাই গৈছে সান্ধ্য ভ্ৰমণৰ উদ্দেশ্যে। বাকী থকা দুই-এজনে হাতত ৰেডিঅ' লৈ ফুল ভলিউমত যুৱবাণী শুনিছে। ওচৰৰ কালেশ্বৰ থানৰ (থান) পূজাৰীয়ে কৰা প্ৰাৰ্থনাৰ মধুৰ ৰাগিনী বতাহত ভাহি আহিছে। আকাশখনো চঞ্চলা গাভৰুৰ মুখৰ কমনীয়তাৰ দৰেই সমুজ্জল আৰু মন পৰশা। এটি সুন্দৰ অনাবিল পৰিবেশ।

সাজপাৰ পিন্ধি অহীন্দ্ৰ কমৰপৰা ওলাই আহিল। 'পিলানি নামেৰে মেডৰৰ ল'ৰা এজনে এইবাৰ ইউনিভাৰচিটিত এডমিছন লৈছে'। কথাষাৰে অহীন্দ্ৰৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছিল। সেয়েহে পিলানি নামৰ লৰাজনৰ সতে চিনাকি হবলৈ তাৰ মনত এক অদম্য বাসনা জাগি উঠিল। সেয়েহে সি অবলীলাক্ৰমে ঠিক সেইফালে মেডৰ পাইলৈ আগবাঢ়িল। বিশ্ববিদ্যালয়ৰ আৰ.চি.চি ৩ আৰু আৰ.চি.চি ৪ নম্বৰ হোষ্টেলৰ মাজেৰে কালেশ্বৰ পাহাৰলৈ যোৱা বাটটো তেনেই বোকাময়। লেতেৰা, গৰু গাহৰিৰ বিষ্টা। কিবা জেকেটা জেকেট গোন্ধ। গাখীৰ দিবলৈ যোৱা নেপালী মানুহ এজনক দেখি সি সুধিলে 'পিলানিৰ ঘৰ কোনটো?' মানুহজনে আঙুলিয়াই দিলে। অহীন্দ্ৰ সেইমতে আগবাঢ়িল। আৰু সেই নিৰ্দিষ্ট জুপুৰিটোৰ সন্মুখত থিয় হল। জুপুৰিটোৰ কাষৰ ... [illegible] ... আৰু ওখ ... এজনে

[illegible]

'ক্ষমা কৰিব, এষাৰ কথা সোধো' অহীন্দ্ৰই ডেকাজনলৈ চাই কলে। ডেকাজনে মুখ ঘূৰাই চাই এজন অচিনাকি যুৱক দেখি যেন কিছু বিব্ৰত হল। চকীৰ পৰা উঠি তেওঁ আগন্তুকক সুন্দৰ অসমীয়াতে সুধিলে 'কাক বিচাৰিছে?'

'মিষ্টাৰ পিলানিক'

'মোৰ নামেই পিলানি। আহক! মই কিন্তু আপোনাক চিনিব পৰা নাই।' পিলানিয়ে আগবঢ়াই দিয়া চকীখনত বহি লৈ অহীন্দ্ৰই কলে 'চিনি নাপাবই। মই নতুনকৈ আহিছো। হোষ্টেললৈ অহা এমাহমানহে হৈছে। মোৰ নাম অহীন্দ্ৰ গগৈ। পি.জি.ত এডমিছন লৈছো। ডিপাৰ্টমেণ্ট ফিলছফি।'

'অহীন্দ্ৰ গগৈ!' নামটো শুনি যেন চমকি উঠিল পিলানি। 'আপুনিয়েই সেই বিখ্যাত কবি অহীন্দ্ৰ গগৈ?'

'কবিতা লিখো মাজে সময়ে। অৱশ্যে আপুনি কৌতুহলেৰে মোক যিমান ওপৰলৈ উঠাব খুজিছে সিমান নহয়। বিখ্যাত হোৱাও নাই।'

কবিতাৰ প্ৰসঙ্গ এৰি অহীন্দ্ৰই পিলানিলৈ চাই সুধিলে, 'আপুনিও পি.জি.ৰ ছাত্ৰ?'

'হয়। ময়ো এইবাৰ এডমিছন লৈছো।

'ডিপাৰ্টমেণ্ট?'

'ইকোনমিক্স'।

ক্ষন্তেক বৈ অহীন্দ্ৰই কলে 'আজি হোষ্টেলত হঠাতে আপোনাৰ কথা গম পালো আৰু তাতেই শুনিলো আপোনাৰ সতে দেৱৰ বন্ধুত্ব আছে।'

'অৱশ্যে। দেৱৰ সতে মোৰ একেবাৰে সৰুকালৰ পৰা বন্ধুত্ব'। তালৈ ঘৰ বেয়া লাগে। ঘৰৰ অৱস্থা বেয়া কাৰণেই সি বেচি পঢ়া শুনা কৰিব নোৱাৰিলে। দেৱ খুউব মেধাবী ছাত্ৰ আছিল।

'দেৱৰ ঘৰ কত?'

'গাড়ীগাওঁত'।

'কিমান দূৰ হব ইয়াৰপৰা'?

'নাই বেছি দূৰ নহয়। সৌৱা গছ-গছনিৰে ভৰা ব্ৰহ্মপুত্ৰৰ পাৰত সেইখনেই গাড়ীগাওঁ, বিশ্ববিদ্যালয়ৰ সীমাতে।'

'বাক মিষ্টাৰ 'পিলানিৰ উপাধি নাজানি অহীন্দ্ৰ বৈ গল। পিলানিয়ে বুজিলে, সি কলে 'মই বাছফৰ লিখো। পিলানি বাছফৰ।'

ইয়াৰ পিছত এটি সৌহাদ্যপূৰ্ণ পৰিবেশত সিহঁতৰ মাজত বহু-কথা আলোচনা হল। এটা সময়ত অহীন্দ্ৰই পিলানিৰ পৰা বিদায় লৈ হোষ্টেললৈ উভতিল; তেতিয়া নিশা ভালকৈ হৈছে। চৌদিশে মাথো আন্ধাৰ। দুই এটি জোনাকী পকৰাই আন্ধাৰ নাশ ক'ৰবলৈ বৃথা চেষ্টা কৰিছে। ওপৰৰ নীলা আকাশখনৰ মাজে মাজে দুই এটি তৰাই লুকা-ভাকু খেলিছে। মৃদুমন্দ সমীৰণে কৃষ্ণচূড়াৰ ডাল পাতৰ সতে মিতালি পাতি সিৰ, সিৰ, শব্দৰ সৃষ্টি কৰিছে। ছমহলীয়া হোষ্টেল কেইটা এন্ধাৰত সাধুকথাৰ দৈত্যৰ দৰে বিভীষিকাময় হৈ পৰিছে। ঠাইখিনিত বিৰাজ কৰিছে বিৰাট নীৰৱতা। নীৰৱতাৰো ভাবা আছে। তাতে এয়া জালুকবাৰীৰ ৰাতিৰ নীৰৱতা।

'বুজিছে! জালুকবাৰীৰ প্ৰতিটো প্ৰহৰেই প্ৰহেলিকাময়। সাধাৰণ ৰহস্য কুহঁক জালত যাতে নপৰ তাৰ বাবে সততে সজাগ থাকিবি। কাৰণ জালুকবাৰীৰ ডেকা গাভৰুৱে যে অকল হাঁহে মাতে এনে নহয়, গছলতাইও হাঁহে, মাতে, কথা কয় আৰু প্ৰেম কৰে। আৰু জালুক-বাৰীৰ ৰাতি! আঃ তোক আৰু কি কম! কি যে ৰোমান্স! তাতে যদি জোৎস্নাভৰা নীলা আকাশ থাকে, তেতিয়াতো কথাই নাই, তেনেই নন্দন কানন। বুজিছ, কবিতা দেখিলে নাক কোচোৱা কঠুৱা জনৰ হৃদয়ো কবিতাৰ ছন্দই জোকাৰি দিব, আৰু হেৰি নহয়, তইতো পুৰঠ কবি। গহিকে বি' কেয়াৰফুল।' কথাষাৰ কৈছিল প্ৰদ্যুতে। প্ৰদ্যুতৰ সম্পূৰ্ণ নাম প্ৰদ্যুত সৌকাখৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ ছাত্ৰ। অহীন্দ্ৰইহঁতৰ গাওঁৰে। দুয়ো একেখন কলেজত পঢ়িছিলো। দুয়োৰে

মাজত ভাল আত্মীয়তা আছে। নবাগত অহীন্দ্ৰক বিশ্ববিদ্যালয়ত নাম ভৰ্তিকে আদি কৰি সকলোবোৰ কামতে আকুণ্ঠ সহায় আগ বঢ়াইছে।

জালুকবাৰীলৈ অহাৰ দ্বিতীয় দিনা প্ৰত্যুষে অহীন্দ্ৰক বিশ্ববিদ্যালয় চৌহদটো দেখুৱাও বুলি লৈ গৈছিল। সময় তেতিয়া গধূলি। প্ৰত্যুষে তাক একালৰপৰা অনুষ্ঠানবোৰ দেখুৱাই গৈ আছিল। এটা সময়ত সিহঁত আহি বিশ্ববিদ্যালয়ৰ গাৰ্লছ হোষ্টেলৰ সন্মুখ পালে। হোষ্টেলৰ গেটৰ ওচৰতে ফুৰি থকা প্ৰত্যুষৰ চিনাকি ছোৱালী দুজনীমানে প্ৰত্যুষক মাত লগাই কথাৰ ঠাচতে সুধিলে 'চাপ্লাই নতুন নেকি ?'

'এৰা, তেনেকুৱাই' হাঁহি হাঁহি প্ৰত্যুষে প্ৰত্যুত্তৰ দিলে।

'পিছে এইফালে বেছি ঘুৰা-ফিৰা কৰিব নিদিব !' কাৰণ ৰাস্তাত নতুনকৈ পিচ দিব লগা হব পাৰে।'

'নাই সিমান ভয় নকৰিবা'

'পিছে গেৰান্টি দিব নোৱাৰে।'

তাৰ পিচত খিল খিল হাঁহি। অহীন্দ্ৰই বেঙা মেলি ছোৱালী-কেইজনীলৈ চাইছিল। তাৰ চাৱনিত ৰস পাই ছোৱালীকেইজনীৰ পুনৰ হাঁহি হাঁহি উত্ৰাৱল হৈ পৰিছিল। অহীন্দ্ৰৰ চাৱনি দেখি প্ৰত্যুষে কৈছিল অই বুৰ্বক ! তেনেকৈ কিয় চাইছ ?' তাৰ পিচত উপৰোক্ত কথাখিনিৰ সতে আৰু কিবাকিবি এটা বিৰাট লেকচাৰ দি দিছিল। অহীন্দ্ৰই শুনিহে লৈছিল কোনো মন্তব্য দিয়া নাছিল। প্ৰত্যুষে আকৌ কৈছিল, 'জালুকবাৰীৰ কিবা এটা এট্ৰাক্‌চন আছে অহীন্দ্ৰ। মায়াবী পৰশ আছে। সেইকাৰণেই হ'লা বহুতো ছাত্ৰই পি,জি,ৰ পিচত ল', ল'ৰ পিচত জাৰ্ণেলিজম এইদৰে এটাৰ পিচত এটা বিষয়ত এডমিচন লৈ জালুকবাৰীত থাকি যাবলৈ চেষ্টা কৰে।'

'ভেৰি ইন্টাৰেষ্টিং'

ভেৰি ইন্টাৰেষ্টিং মানে তয়ো তেনে হবি। হবলৈ বাধা কবাব। দুদিনমান ৰ'বচোন কৰপানী কলৈ যায়। পিছে চাবি ৰাস্তে আচলৰ ভুল কেতিয়াও নহয়।

ভুল কৰাও নাই অহীন্দ্ৰই ! বিশ্ববিদ্যালয়ৰ ছাত্ৰ এজনৰ থাকিব-লগীয়া ভদ্ৰতা তথা সৌজন্য আৰু কৰণীয় কৰ্তব্যখিনি সুকলমে সমাপন কৰি সি তাৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰ জীৱন অতিবাহিত কৰিছে। সময় মতেই ক্লাছলৈ গৈছে। ক্লাছ কৰিছে। অবসৰ সময়খিনিত লাইব্ৰেৰীত বহি অধ্যয়ন কৰিছে। গধূলি দেব, পিলানি আৰু শঙ্কৰৰ সতে ফুটপথেৰে খোজ কাঢ়িছে। মাজে সময়ে অধ্যাপক ব্ৰহ্মৰ সতে মিলিত হৈ সাহিত্য, সাম্প্ৰতিক ৰাজনীতি তথা সামাজিক বাতাবৰণৰ ওপৰত আলোচনা কৰিছে। বিশ্ববিদ্যালয় অনুদান আয়োগ (ইউ, জি, চি) ৰ উদ্যোগত অনুষ্ঠিত হোৱা বোৰকে ধৰি সকলোবোৰ চাইন্স আৰু আৰ্টচৰ যিকোনো বিষয়ৰ চেমিনাৰত সি উপস্থিত থাকি সেইবোৰৰ সম্যক জ্ঞান আহৰণ কৰিবলৈ সততে যত্ন কৰিছে। তাৰ কবিতা বিভিন্ন সন্মিলন তথা আলোচনাচক্ৰত পাঠ কৰা হৈছে। দুই এখনত নিজে আগভাগো লৈছে। অসমৰ সাম্প্ৰতিক প্ৰায়বোৰ প্ৰধান প্ৰধান আলোচনীতেই অহীন্দ্ৰৰ কবিতা প্ৰকাশ পায়। ভাষাৰ মাধুৰ্য্য তথা বিষয়বস্তুৰ মৰ্মস্পৰ্শীতাৰ বাবে অহীন্দ্ৰৰ কবিতা জনসাধাৰণৰ কাৰণে তেনেই সহজ হৈ পৰিছে। সেয়েহে সি সমগ্ৰ পাঠক সমাজৰ হৈ পৰিছে অতি চিনাকি। সম্প্ৰতি বিশ্ববিদ্যালয় চৌহদত তাক প্ৰায়ে চিনি পায়। তাৰ প্ৰতি আন্তৰিকতা প্ৰকাশ কৰে। মৰম কৰে। সিও তাকেই বিচাৰে। তাক অইন পুৰস্কাৰ নালাগে।

অহীন্দ্ৰৰ বাবে জালুকবাৰী এতিয়া আৰু আচহুৱা নহয়। বিস্ময় ভৰা নহয়। ভাল লগা হৈ আছিছে। কিয় জানো জালুকবাৰীৰ প্ৰতি জোপা গছ লতিবাকে তাৰ ভাল লগা হৈ পৰিছে। প্ৰতিটো অণু-পৰমাণুৱে যেন তাৰ সতে আবেগিক সম্পৰ্ক স্থাপন কৰিব খোজে। সিহঁতৰ মনৰ কথাবোৰ ব্যক্ত কৰিব খোজে।

তাৰ কবিতাত সিহঁতেও ভিৰ পাতে।

ঠিক এইদৰে, এটা সাবলীল গতিত চলি যায় অহীন্দ্ৰৰ জালুক-বাৰীৰ ছাত্ৰ জীৱনৰ মধুৰ সময়বোৰ।

(দুই)

'মিষ্টাৰ গগৈ, আজিলৈ এৰো নেকি!' বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীত নিবিষ্টমনে কিতাপ পঢ়ি থকা অহীন্দ্ৰৰ কান্ধত হাত থৈ পিলানিয়ে কলে।

'হুঃ', পিলানিৰ মাতত অহীন্দ্ৰৰ তন্ময়তা ভাগিল। হাতৰ ঘড়ীলৈ চাই দেখে চাৰে ছয় বাজি গৈছে। বিল্ডিং কমত মানুহৰ বৰ বেছি ভিৰ নাই। প্ৰায়বোৰ গুলাই গৈছে।

'এক্সকিউজ মি প্লিজ মিষ্টাৰ বাছকৰ। মই পাহৰিয়ে গৈছিলো, আপুনি আকৌ বজাৰ কৰিব লাগিব নহয়। বৰ দেই এই লাইন কেইটা লিখি লওঁ।' কিতাপখন ঘূৰাই পকাই দাগ দি থোৱা নিৰ্দিষ্ট শাৰীকেইটামান অহীন্দ্ৰই উকা কাগজ এখনত টুকি ললে। শাৰীকেইটা হল—

'সমগ্ৰ অস্তিত্বই হৈছে সংসাৰ আৰু ইয়াৰ সতে নিহিত দুৰ্দশা বোৰেই জীৱৰ পীড়াদায়ক যন্ত্ৰণা।'

'সংসাৰৰ দুখ দুৰ্দশাৰ কাৰণ হৈছে কৰ্ম আৰু মোহ।'

'আমাৰ যিটো অপৰিহাৰ্য্য বা কেন্দ্ৰীয় মন আছে সেইটো সহজাত ভাৱে নিষ্পাপ।'

'সৎ কৰ্মৰ ফলত প্ৰাণীৰ পুনৰ্জন্ম হয় দেৱতা, উপ দেৱতা বা মানৱ ৰূপে আৰু অসৎ কৰ্মৰ ফলত পুনৰ্জন্ম হয় ইতৰ জীৱ, প্ৰেত আৰু নৰকৰ নিম্ন জগতত।

'তোমাৰ মন এই পাৰ্থিব জগতৰ মোহৰপৰা আঁতৰাই নিয়া দেখিবা তোমাৰ নিৰ্বাণ প্ৰাপ্তি হৈছে।'

কিতাপখন আছিল ডেভিদ হাৱাৰ্ড সম্পাদিত দলৈ লামাৰ আত্ম-

জীৱনী My land and my people. কিতাপখন বহু দিনৰপৰা সি বিচাৰি আছিল যদিও পোৱা নাছিল। আজি হঠাতে পাই গল। দুপৰীয়া একমান বজাৰপৰা সিহঁতে পঢ়া আৰম্ভ কৰিছিল। অহীন্দ্ৰ কিতাপখনত ইমান মগ্ন হৈ পৰিছিল যে পিলানিৰ উপস্থিতিৰ কথা সি প্ৰায় পাহৰিয়েই গৈছিল। পিলানিৰ মাতত হে তাৰ সম্বিত ফিৰি আহিল। লিখা হোৱাৰ পিচত দুয়ো বন্ধু লাইব্ৰেৰীৰ পৰা ওলাই আহিল।

‘ছিঃ বৰ দোষণীয় কাম কৰিলো বাছফৰ, বেয়া নাপাব, বহু দেৰি হৈ গল নহয়! ‘নাই নাই। একো বেছি দেৰি হোৱা নাই। বজাৰ এতিয়াও শেষ হোৱা নাই নহয়, ঠিকসময়তে আমি বজাৰ গৈ পাম। বাৰু গগৈ কি কিতাপনো পঢ়িছিল?

‘অ’ কিতাপখন! বৰ ভাল কিতাপ বাছফ’ৰ আপুনিও পঢ়িব। কিতাপখন হল দলৈ লামাৰ আত্মজীৱনী My land and my people. ডিগ্ৰীফাৰ্ষ্ট’ ইয়েৰৰ পৰাই মই কিতাপখন বিছাৰিছিলো যদিও পোৱা নাছিলো।’

তাৰপিছত অহীন্দ্ৰই কিতাপখনৰ এটি থুলমুল আভাষ পিলানিৰ আগত দাঙি ধৰিলে।

‘মই কিতাপখন পঢ়ি সচাকৈয়ে মূক হৈ গৈছিলো মিষ্টাৰ বাছফৰ। চৌদিশ ধূসৰ পৰ্বতমালাৰে বেষ্টিত তিব্বতীয় জনগণৰ আৰ্ত হাঁ-হুমুনিয়াহ আৰু তেওলোকৰ মৰ্মবেদনা বোৰ মই যেন স্পষ্ট শুনিবলৈ পাইছো। বৌদ্ধধৰ্মাৱলম্বী অহিংসপন্থাত বিশ্বাসী তিব্বতীয় সকলৰ সৰলতাৰ সুযোগ লৈ মহাচীনে সমগ্ৰ তিব্বত নিজৰ কতৃ’ত্বলৈ অনাৰ পিচত তিব্বতীয় সকলৰ যি কৰুণ অৱস্থাৰ সৃষ্টি হল সেয়া বৰ হৃদয় বিদাৰক। উপায়ন্তৰ ধৰ্মীয় গুৰু দলৈ লামাই ভাৰতলৈ পলায়ন কৰিছিল আৰু ভাৰত চৰকাৰৰ আশ্ৰয় প্ৰাৰ্থনা কৰিছিল। ভাৰত চৰকাৰে দলৈ লামাক বিমুখ নকৰি আশ্ৰয় দিলে। সম্প্ৰতি দলৈ লামা ভাৰত চৰকাৰৰ আশ্ৰয়ত মুচৌৰিত আছে।’

কিতাপ খনত উল্লিখিত দলৈ লামাৰ স্বীকাৰোক্তিমতে, 'যিহেতু বৌদ্ধ ধৰ্মৰ উৎপত্তি ভাৰতত আৰু সেই কাৰণে এই ধৰ্মমতত ভাৰতীয় দৰ্শনৰ প্ৰভাব বিদ্যমান। প্ৰত্যেকজন বুদ্ধিষ্টৰ বাবে ভাৰতবৰ্ষ এখন পবিত্ৰভূমি। ভাৰতীয় দৰ্শন বিশ্বৰ অন্যতম শ্ৰেষ্ঠ দৰ্শন। আৰু ভাৰতীয় দৰ্শন হিন্দু দৰ্শনৰ পোচাকীৰূপ। এইখিনিতে এবাৰ কথা কওঁ মিষ্টাৰ ৰাছফৰ, এই কথাষাৰৰ সত্যতা স্বীকাৰ কৰিবলৈ গলে নিজকে এজন গোড়া হি হিচাপে ললে ইয়াৰ গূঢ়াৰ্থ উপলব্ধি কৰিব নোৱাৰিব। আৰু ময়ো এজন দৰ্শনৰ ছাত্ৰ হিচাপেহে এই কথাখিনিৰ যথাৰ্থতা বিচাৰ কৰিছো। অৱশ্যে মোৰ এই ক্ষেত্ৰত অধ্যাপক ৰাজগুৰু চাৰৰ বৰঙনি অসীম। তেখেতেহে মোক দৰ্শন পঢ়িবলৈ উদগণি দিছিল।'

তাৰ পিচত অহীন্দ্ৰই তাৰ দৰ্শন পঢ়াৰ ইতিহাস পিলানিৰ আগত অকপটে ব্যক্ত কৰিলে। দুয়ো ইতিমধ্যে বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীৰ পৰা ওলাই ফুটপাথেৰে আগবাঢ়িছিল।

"ভাৰতীয় দৰ্শন মানেই হিন্দু দৰ্শন। হিন্দু ধৰ্ম শাস্ত্ৰবোৰ ভালদৰে অধ্যয়ন কৰা তেতিয়াহে ভাৰতীয় দৰ্শনৰ বিষয়ে জানিব পাৰিবা।" কৈছিল অধ্যাপক বিষ্ণুপ্ৰসাদ ৰাজগুৰুৱে অহীন্দ্ৰ তেতিয়া প্ৰাকবিশ্ববিদ্যালয় শ্ৰেণীৰ ছাত্ৰ। এদিন 'লজিক'ৰ ক্লাছত ভাৰতীয় দৰ্শনৰ ওপৰত লেকচাৰ দিওতে অধ্যাপক ৰাজগুৰুৱে এইদৰে কৈছিল। ঠিক সেইদিনাই সি লাইব্ৰেৰীলৈ গৈ গীতা শাস্ত্ৰখন লৈ আহিছিল। পুংখানুপুংখাৰূপে অধ্যয়ন কৰিছিল। বুজি নোপোৱাবোৰ অধ্যাপক ৰাজগুৰু সুধি লৈছিল। তাৰ পিছত পঢ়িছিল............।

প্ৰাকবিশ্ববিদ্যালয় পৰীক্ষা দিয়াৰ পিছত অহীন্দ্ৰই মনতে ঠিক কৰিছিল যে সি দৰ্শনত অনাৰ্চ লব। পৰীক্ষাৰ পিছত ইংৰাজীৰ অধ্যাপক এজনে তাক কৈছিল, অহীন্দ্ৰ মই আশা ৰাখিছো তুমি নিশ্চয় ইংৰাজীত অনাৰ্চ লবা।'

'চাৰ, মই দৰ্শনতহে অনাৰ্চ লম বুলি ভাবিছো।'

'দৰ্শনত?' অহীন্দ্ৰৰ উত্তৰ শুনি সতৃষ্ণনয়নে চাইছিল উক্ত

অধ্যাপকজনে। তেখেতে হয়তো অহীন্দ্ৰৰ পৰা নেতিবাচক উত্তৰ আশা কৰা নাছিল। অহীন্দ্ৰ ইংৰাজীত অত্যন্ত চোকা বাবেই নেকি অধ্যাপকজনে তাক সেইদৰে কৈছিল। তাৰ বেয়া লাগিছিল কিন্তু উপায় নাই। কাৰণ ভাৰতীয় দৰ্শনে তাক উন্মনা কৰি তুলিছে।

ভাৰতীয় দৰ্শন শাস্ত্ৰবোৰ এখন এখনকৈ পঢ়িউঠি ভাৰতীয় দৰ্শনৰ জৰিয়তে বিশ্বমানৱৰ দৰ্শনত ভুমুকি মাৰিবলৈ অহীন্দ্ৰই প্ৰয়াস কৰিছিল। ধৰ্ম, সমাজ তথা মানৱীয় গূঢ়তত্ত্বৰোৰ বুজিবলৈ তাৰ মনত অপৰিসীম বাসনা জাগি উঠিছিল। সেয়েহে দৰ্শন বিষয়টোৱে তাৰ মনত গভীৰ ভাবে ৰেখা পাত কৰিছিল।

ইতিমধ্যে প্ৰাকবিশ্ববিদ্যালয় পৰীক্ষাৰ ফলাফল ওলাইছিল। লজিক আৰু ইংৰাজীত লেটাৰ সহ অহীন্দ্ৰই দ্বিতীয় স্থান অধিকাৰ কৰিছিল। তাৰ পিছত দৰ্শনত অনাৰ্চ লৈ বি এ পঢ়িবলৈ লৈছিল। অধ্যাপক ৰাজগুৰু আছিল তাৰ পথ প্ৰদৰ্শক। ৰাজগুৰুৰ ঘৰ, ব্যক্তিগত লাইব্ৰেৰী সকলোতে অহীন্দ্ৰৰ আছিল অবাধগতি। দৰ্শন সম্বন্ধীয় বিভিন্ন কিতাপ পাতি পঢ়াৰ পিচতো প্ৰতিটো তত্বই প্ৰতিটো প্ৰপঞ্চই যুক্তি তৰ্কৰ মাজেৰেহে সি হৃদয়ঙ্গম কৰিছিল। অহীন্দ্ৰৰ যুক্তিতৰ্কৰ গভীৰতা তথা জিজ্ঞাসু মানসিকতাৰ বাবে অধ্যাপক ৰাজগুৰুৱে তাক অপৰিসীম মৰম কৰিছিল। অহীন্দ্ৰ যাতে ভৱিষ্যতে এজন বিজ্ঞপুৰুষ হিচাপে প্ৰতিষ্ঠিত হব পাৰে তাৰ বাবে তেওঁ যথেষ্ট অহোপুৰুষাৰ্থ কৰিছিল।

অধ্যাপক ৰাজগুৰুৰ অহোপুৰুষাৰ্থ বিফলে যোৱা নাছিল। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতক পৰীক্ষাত দৰ্শনৰ অনাৰ্চত অহীন্দ্ৰই প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান দখল কৰিছিল। অধ্যাপক ৰাজগুৰুৱে তাৰ এই সাফল্যত অভিভূত হৈ এটি শিশুক মৰম কৰাৰ দৰে সাৱটি ধৰি গালে মুখে হাত ফুৰাই মৰম কৰিছিল। পূজ্য অধ্যাপক জনৰ এই অনাবিল মৰমত অহীন্দ্ৰই কান্দি পেলাইছিল। হয়তো সি খুউব আবেগিক হৈ পৰিছিল ; নাইবা ভৱিষ্যৎ চিন্তাইয়ো হয়তো তাক হতাশ কৰি তুলিছিল। কাৰণ বি. এ. পাছ কৰিলেও এম. এ. পঢ়াটো তাৰ বাবে

ডাঙৰ সমস্যা হৈ দেখা দিছিল। পঞ্চ, অৰ্থনৈতিক অৱস্থাত হাবু-দাবু খাই থকা তাৰ পিতৃয়ে তাক গুৱাহাটীলৈ এম. এ. পঢ়াৰ পঠোৱাটো হৈ পৰিছিল আকাশ কুসুম কল্পনা। হয়তো অৱশিষ্ট মাটিখিনি বিক্ৰি কৰি পুতেকক ডাঙৰ মানুহ কৰাৰ সপোন দেখিব কিন্তু তাৰ পৰিণতি যে ভয়ঙ্কৰ, সিহঁতে জিপচীৰ জীৱন যাপন কৰিব লাগিব।

'সেই বিষয়ে তুমি ইমান চিন্তা কৰিব নালাগে অহীন্দ্ৰ। স্ক'লাৰ-শ্বিপটো পাবাই। আৰু যি অলপ অচৰপ লাগে সেইখিনি মোৰপৰা ল'লে মই অত্যন্ত সুখী হম।' অধ্যাপক ৰাজগুৰুৱে অহীন্দ্ৰক আশ্বাস দিছিল।

এই মহান ব্যক্তিজনাৰ অকৃত্ৰিম মৰমত বান্ধ খাই গৈছিল অহীন্দ্ৰ। প্ৰত্যুত্তৰত সি একো কব পৰা নাছিল, মাথো তেখেতলৈ আকুলনেত্ৰে চাইছিল।

আৰু এদিন অহীন্দ্ৰ আহি গুৱাহাটীত উপস্থিত হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰিলে। হোষ্টেলবাসী হৈ বিশ্ববিদ্যালয় চৌহদত মিলি পৰিল। জালুকবাৰীৰ সমীৰণে তাৰ প্ৰাণত নতুন আশাৰ সঞ্চাৰ কৰিলে। নতুন উদ্যমেৰে সি পঢ়িবলৈ ল'লে পৃথিৱীৰ বিভিন্ন জাতি-উপজাতিৰ বুৰঞ্জী, বিভিন্ন সমাজৰ দৰ্শন, বিভিন্ন ধৰ্মৰ ধৰ্মগ্ৰন্থ, মহামণিষীৰ লেখনীসৃত অমূল্য গ্ৰন্থবোৰ আৰু বিজ্ঞান তথা আধুনিক টেকনলজী সম্পৰ্কীয় সাম্প্ৰতিক বিস্ময়কৰ বাৰ্ত্তাবোৰ।

'কিন্তু ভগৱান বৰ নিষ্ঠুৰ!' সুৰ সলনি কৰি বেদনা বিধুৰ কণ্ঠেৰে ক'লে অহীন্দ্ৰই। 'যদি ভগৱান নামৰ শব্দটোৰ সত্যতা আছেও তেন্তে তেওঁ বোধহয় উচিত বিচাৰ নকৰে ; নহলে সেই সৰল আৰু পবিত্ৰ মানুহজনৰ ইমান বিলাই বিপত্তি হয় কিয়?'

'কি? কি বিলাই বিপত্তি হল গৈ?' পিলানিয়ে সুধিলে। অলক্ষিতে অহীন্দ্ৰৰ এটি তপত হুমুনিয়াহ ওলাই আহিল। ক্ষন্তেক বৈ সি ক'লে—'চিলঙৰ পৰা আহোতে এটা মটৰ দুৰ্ঘটনা হৈ তেওঁ-লোকৰ দুইটি সন্তানৰ অকাল মৃত্যু ঘটিল, কিন্তু স্বামী স্ত্ৰী বাচি গল।

তাতোকৈ বেদনাদায়ক কথা কি জানে, বাইদেউৰ কোনোকালে আৰু সন্তান নহয়, কাৰণ সন্তান উৎপাদিকা শক্তি বোধ কৰা হৈছে।'

'ভেৰি ছেদ'। সচাই হৃদয় বিদাৰক।'

'বাইদেউ আজি প্ৰায় উন্মাদৰ দৰে, চাৰৰ অবস্থাও তদ্ৰুপ।'

ইতিমধ্যে সিহঁত আহি হোষ্টেল পালে। অহীন্দ্ৰ হোষ্টেল সোমাল, পিলানি তাৰ ঘৰলৈ গল।

পিছদিনা আবেলি। অহীন্দ্ৰ ক্লাছৰ পৰা আহি ক্ষন্তেক বিশ্ৰাম লও বুলি বিছনাত পৰিছিলহে এনেতে বতাহ এজাকৰ দৰে হুৰমুৰকৈ প্ৰকোষ্ঠত সোমাই আহিল, পিছে পিছে পিলানি আৰু শঙ্কৰ।

তুমি কামাল কৰি দিলা অহীন্দ্ৰ। বাপৰে! একেবাৰে ফাষ্ট' প্ৰাইজ। কংগ্ৰেচুলেচন মাই ডিয়েৰ।' বিছনাত বহি লৈ প্ৰকোষ্ঠতে কলে।

'কংগ্ৰেচুলেচন।' পিলানি আৰু শঙ্কৰেও অভিনন্দন জনালে।

'আৰে কথাটো? কিহৰ বাবে এইদৰে কংগ্ৰেচুলেচন বৰ্ষণ' অহীন্দ্ৰই সুধিলে।

'কি? কিহৰ বাবে?' চোৱাহে পিলানি, সি আকৌ ওলটাই আমাকহে প্ৰশ্ন কৰিছে। বোলো বুজাক বুজাবা আকাৰে ইঙ্গিতে, নুবুজাক বুজাবা ঢকাই চাপৰে।' দিও নেকি কেইটামান লগাই বাপেকে।'

'হে ৰহ! কি কৰ? মই সচাই কৈছো ভাই কিহৰ কথা কৈছা মই অলপো বুজা নাই। কিহৰ ফাষ্ট' প্ৰাইজ?'

'বেছি কৰিছা দেই। ইমান ডেমাক নেদেখুৱাবি আকৌ।'

'তোৰ সতে কোনে কথা পাতে। এক্সকিউজমি মিষ্টাৰ বাছফৰ, কথাটো কি? খুলি কওকনা।'

'আপুনি তেন্তে সচাকৈ নাজানে? বাৰু শুনক তেন্তে। অল-ইণ্ডিয়া ফিলছফিকেল কংগ্ৰেছৰ ওচমানিয়া ইউনিভাৰচিটিত হোৱা এনুৱেল কনফাৰেন্স উপলক্ষে পতা ৰচনা প্ৰতিযোগীতালৈ যে আপুনি এখন ৰচনা পঠাইছিল, সেইখন প্ৰতিযোগীতাত প্ৰথম হৈছে আৰু

লগতে আপুনি ডঃ সৰ্বপল্লী ৰাধাকৃষণ সোঁৱৰণী বটাও লাভ কৰিবলৈ সক্ষম হৈছে।'

'অ ! কথা ইমানহে ! তাতে এনেকৈ হুলস্থুল কৰিব লগা হল নে ?'

'হুলস্থূল নকৰিম ! কিয় ? ইমান ডাঙৰ কম্পিটিছনত প্ৰাইজ পাইছ, তাৰ পাৰ্টি যে কিমান ডাঙৰ হব সেই পাৰ্টিৰ কাৰণেই হুলস্থুল কৰিছো। এতিয়া বল ওলাই যাওঁ। চিধাই পাণবজাৰ।'

'ৰাখি বহ। মোৰ অৱস্থা ইফালে কলচোপ, কলচোপ, 'তোক পাৰ্টি খুৱাম।'

'আৰে বাবা অকল তোকেই নহয়। মোৰ লগত আৰু আছে, পিলানি, শঙ্কৰ, স্মাতা, বিন্দু, জৰা.........

'হব হব, ব্ৰেকমাৰ, ছোৱালীৰ নাম বহুত শুনিছো।'

'ঐ আজি ৰাতিপুৱা খুউব হাঁহিলো বুজিছ। তোৰ কথা কিবা প্ৰসঙ্গত ওলাইছিল, এনেতে স্মাতাই কি কলে জানা, প্ৰদ্যুতদা মই আগেয়ে কি ভাবিছিলো জানে, অহীন্দ্ৰ গগৈ নামৰ মানুহজন নিশ্চয় কোনো এখন কলেজৰ বুঢ়া প্ৰফেছাৰ।'

'গাজা দিবলৈ ঠাই নাপালি আৰু ?'

'সচাই ভাই। গাজা দিয়া নাই। অ, পাহৰিছিলো স্মাতা আৰু বিন্দুৱে তোৰ সতে চিনাকি হব খুজিছে। তোৰ কিবা আপত্তি আছে নেকি' ?'

'চিনাকি হে হব। মোৰ আপত্তি থাকিব কিয় ?'

'এৰা। তোৰ আপত্তি থাকিব কিয় ?' বৰঞ্চ তোৰ কপালহে ফুলিব। পিছে চাবি আছো—মেনকাৰ হাঁহিত যেন বিশ্বমিত্ৰৰ তপভঙ্গ নহয়।

'তোৰ লগত আৰু নোৱাৰি। চাওকচোন বাহুফৰ কোন স্মাতা, কোন বিন্দু, মই দেখাই নাই, ই চিনাকি কৰি দিব খুজিছেহে ইফালে কথাগৈ চৰমবিন্দু পালে।

'আচ্ছা ভাই। ৰবি নো। আজিয়েই মানে এতিয়াই স্মাতাহঁতক মাতি আনিম। তোমালোক আহি থাকা দেই পিলানি। ইয়াক লৈ যাজি কিন্তু। আৰু ঐ কবিবৰ' পইচা পাতি সবহকৈ আনিবি নহলে

পিচত লাজত পৰিবি। কৈ কৈ প্ৰত্যুত কমৰ পৰা ওলাই গল। প্ৰত্যুতৰ বগৰত আটাই কেইজনে হাঁহি দিলে। তাৰ পিচত অহীন্দ্ৰই কাপোৰ কানি পিন্ধিবলৈ ললে। কাপোৰ পিন্ধি হলত, সিইঁত কমৰ পৰা ওলাই আহিল।

প্ৰেক্টিকেল শেষ হোৱাৰ পিছত ডিচেকৃটিঙ বক্সৰ ইনচট্ৰুমেণ্ট-বোৰ টেপৰ পানীত ধুই আছিল স্নাতাহঁতে। এনেতে লেবৰেটৰীত গৈ ওলাল প্ৰত্যুত সৌকাধৰা। 'অৰে প্ৰত্যুতদা দেখান।" কৰ পৰা বিন্দুৱে মাত লগালে।

'বুঢ়া অধ্যাপক যে, অহীন্দ্ৰগগৈ, তাৰ কমৰ পৰা। আৰু হেৰি নহয় অধ্যাপকো আহি আছে। বোলে ভালদাৰ চাই লবা। নে তোমা-লোকৰ আৰু কিবা কাম আছে? মানে ভেকুলীৰ হাড়, মূৰ কিবা কাটিব বৈ যাব পাৰে।' প্ৰত্যুতে কলে।

'হিচ,' মুখত আঙুলি দি স্নাতাই কলে এইদৰে নেগালেক্ট কৰিলে আমাৰ স্বিৰোহতে মাৰি ক্লেট কৰি দিব বিস্থ।'

ইহ মাৰি ক্লেট কৰি দিব! মইনো কি গুৰুতৰ কথাবাৰ কলো। ভেকুলীকটাক বাহিৰে তহতৰ আৰু অন্য বেলেগ কাম আছে নেকি?

প্ৰত্যুতৰ কথা শুনি লেবৰেটৰীত থকা স্নাতাহঁতৰ ক্লাছমেট আটাই কেইজনে হোঃ হোঃ কৈ হাঁহি দিলে। কামখিনি কৰি আটাই স্নাতা-হঁত প্ৰত্যুতৰ সতে ডিপাৰ্টমেণ্টৰ বাহিৰ হল। ইতিমধ্যে অহীন্দ্ৰইতো আহি পাইছিল। জুলজী ডিপাৰ্টমেণ্টৰ সন্মুখৰ ফুটপাথত সিহঁতে থিয়া-থিয়ি কৰি আছিল।

এক্সকিউজ মি অলপ পলম হল প্ৰত্যুতে কলে। আচ্ছা অহীন্দ্ৰ এয়া স্নাতা বৰুৱা আৰু বিন্দু আবাদ্ধৰা। দুয়ো জুলজীৰ।'

স্নাতা আৰু বিন্দুৱে অহীন্দ্ৰলৈ চাই নমস্কাৰ কৰিলে। অহীন্দ্ৰইও প্ৰতি নমস্কাৰ দিলে. তাৰ পিছত প্ৰত্যুতে পিলানি আৰু শঙ্কৰৰ সতেও স্নাতাহঁতক চিনাকি কৰি দিলে।

কথা পাতি পাতি সিহঁত আটাই কেইজন ফুটপাথেৰে আগবাঢ়িল।

আপুনি কিন্তু টেৰিফিক কবিতা লিখে দেই। অহীন্দ্ৰলৈ চাই বিনুৱে কলে। লিখোহে। পিছে টেৰিফিক নহয়।'

এটা কথা কবই পাহৰিছো অহীন্দ্ৰ, আমাৰ বিষ্ণু কবি। পিছে তাইৰ কবিতাৰ অধিকাংশই আওঁমৰণে মৰে।'

'কিয় ?'

'আৰে, চব কবিতাই যদি বাচি থাকে তেন্তে পৃথিবীত কবিতা নিয়ন্ত্ৰণী আইন, বলবৎ কৰিব লগা হব পাৰে। সেইকাৰণে তাই নিজেই সেই ব্যৱস্থা গ্ৰহণ কৰিছে।'

প্ৰত্যুতৰ কথা শুনি সিহঁত কেইজন হাঁহিত ঢলি পৰাৰ উপক্ৰম হয়। লাজত ৰঙা চিঙা হৈ বিনুৱে কলে 'হব হব ইমান ঠাট্টা কৰিব নালাগে।'

সিহঁত কেইজন কথা পাতি পাতি প্ৰশাসনীয় ভৱনৰ সন্মুখ পালে।

'আপোনালোকৰ বোধ হয় কিবা আইটেম আছে।' স্নাতাই সুধিলে।

'ইয়েছ ইম্পটেন্ট আইটেম। পাৰ্টি, বলা তোমালোকো বলা। প্ৰত্যুতে কলে।

'কিহৰ পাৰ্টি।' স্নাতা আৰু বিনুৰ মুখত উৎসোক্য।

'ই অল ইণ্ডিয়া এচে কম্পিটিচনতে ফাষ্ট হৈছে, তাৰেই পাৰ্টি'। গতিকে আমি আটায়ে এতিয়া গুৱাহাটী মুখি হও নহয় জানো, আমাৰ দিব্যযান আমালৈ বৈ আছে।'

'দিব্য যানত উঠি গুৱাহাটী লৈ যাব কিয় ?'

'পাৰ্টি খাবলৈ' ভাল ৰেষ্টুৰেণ্ট এখনত বহি হুতাহু পলুৱাই খাম !'

'হেৰ' গোসাই ! গুৱাহাটীলৈ যাব নালাগে ইয়াতে হব।'

'চোৱাহে স্নাতা, বোলো চান্স ভালকৈ লও, পিছে দেখিছা ই কেন্টিনৰ শুকান চিঙাৰা কেইটাৰে পাল মাৰি থব খুজিছে।'

সিহঁতে হাঁহিলে। হাঁহি হাঁহিয়েই কেন্টিন সোমাল। বিৰিঞ্চ কুমাৰ বৰুৱা প্ৰেক্ষাগৃহৰ গাতে লাগি থকা বিৰাট কেন্টিনখনৰ এটা কোণৰ

মাজত এখন টেবিল লৈ সিহঁত কেইজন চৌদিশে বহিল। অহীন্দ্ৰই চকুফুৰাই চালে। চাৰিও ফালে মাথো হাঁহিৰ পয়োভৰ। শব্দৰ চিক্‌মিকনি। চনাবিল পৰিবেশ। উন্মত্ত যৌৱনৰ অধিকাৰী কেতবোৰ পাহোৱাল ডেকা গাভৰু। দেহত ৰোমান্স, কথাত ৰোমান্স, চাৱনিত ৰোমান্স। শৰীৰত পুলক জগায়। কামনাৰ হিল্লোল তোলে। এইখন এখন ভিন্ন জনতা, সমাজৰ দৈন্য ক্লেশ আৰু সমস্যাৰ মেট মৰা বোজাই কাবু কৰা কটু পণ্ডৰৰ স্থান নাই। অজান ভবিষ্যৎ সম্পৰ্কেও যেন কোনো সন্দিহান নহয়। সকলোবোৰ মাথো সেউজীয়া বৰ্ত্তমানক লৈ ব্যস্ত। ইয়াত বহিছে হাঁহিৰ মহাসম্মিলন। কিন্তু এই হাঁহিবোৰ সচাকৈয়ে উন্মত্তনে। এই হাঁহিবোৰ সঁচাকৈয়ে সহজাত নে? কোনে জানে এই হাঁহিৰ মাজত কিমান বেদনা আছে, কিমান চকুপানী নিহিত আছে। সকলো হাঁহিয়েই হাঁহি নহয়। সকলো কান্দোনেই কান্দোন নহয়, তাত তিৰ্য্যক আছে। থাক সেয়া স্বাভাবিক।

'কি হল থৰ হৈ বহি যে? প্ৰদ্যুতৰ মাতত বাস্তৱ জগতলৈ ঘুৰি আহিল অহীন্দ্ৰ। তাৰ মনৰ মাজত চলি থকা দোদুল্যমান পৰিস্থিতিৰ কথা যাতে সঙ্গীবৃন্দই গম নাপায় তাৰ বাবে যথেষ্ঠ সতৰ্কতাৰে সংযত হৈ অহীন্দ্ৰই কলে 'কিবা আনিব কোৱা প্ৰদ্যুতদা।'

চাহ খাই সিহঁত কেন্টিনৰ পৰা ওলায় তেতিয়া চকা পাতত বহিছে। বিশ্ববিদ্যালয় চৌহদলৈ নামি আহিছে আবেলিৰ ব্যস্ততা। চৌহদৰ ভিতৰুৱা ৰাস্তা বোৰত সান্ধ্য ভ্ৰমণৰত ছাত্ৰ ছাত্ৰী তথা অধ্যাপক, কৰ্মচাৰী আৰু ভেওঁলোকৰ পৰিয়ালৰ মৃদু পদচালনা, মাজে মাজে দুই এখন স্কুটাৰ, মটৰ চাইকেলৰ শব্দই ঠাইখিনিৰ নীৰৱতা আতৰ কৰিছে।

'প্ৰদ্যুত দা তই কলৈ যাবি? অহীন্দ্ৰই প্ৰদ্যুতক সুধিলে।

'কিয়?'

'কিয় মানে, আমি চলিহা চাৰৰ তালৈ যাম।'

'হয় তেনেহলে, মই স্নাতাহতক হোষ্টেলত থৈ এবাৰ মালিগাওঁলৈ যাম।

তাৰ পিছত অহীন্দ্ৰ, শঙ্কৰ আৰু পিলানি স্নাতাহঁতৰ পৰা বিদায় লৈ যাব ওলাল।

'বেয়া নাপাব দেই আজিলৈ এৰো।' অহীন্দ্ৰৰ কথাৰ প্ৰতিবাদ জনাই স্নাতাই ক'লে—'ইচ কিয় বেয়া পাম! ভালহে লাগিছে।'

বিনুৱে স্নাতাক সমৰ্থন কৰি ক'লে 'সচাই ভাই। বৰ ভাল লাগিল মিটাৰ গৰৈক লগ পায়। পিচত নিশ্চয় লগ পাম?'

'নিশ্চয়! কিয় নাপাব।'

অহীন্দ্ৰহঁত গলগৈ। সিহঁত চিধাই অধ্যাপক চলিহাৰ কোৱাটাৰ অভিমুখে খোজ দিলে। বিশ্ববিদ্যালয় শাখা ষ্টেট বেঙ্কৰ ওচৰতে অধ্যাপক চলিহাৰ কোৱাৰ্টাৰ। তেখেতে অহীন্দ্ৰক মাতি পঠাইছিল। সিহঁত গৈ পাওঁতে অধ্যাপক চলিহাই বাহিৰৰ ফুলনিখনত পায়চাৰি কৰি আছিল। অহীন্দ্ৰহঁতক দেখি তেখেত গেটৰ ওচৰলৈ আহিল।

'গুড ইভিনিং চাৰ।' অহীন্দ্ৰই সম্ভাষণ জনালে।

'গুড ইভিনিং। আহা। আহা অহীন্দ্ৰ। ভাল নহয় তোমালোকৰ?'

'ভালেই চাৰ।' তিনিওজনে সহাঁৰ জনালে। তাৰ পিছত অধ্যাপক চলিহাৰ নিৰ্দেশ মতে গৈ ড্ৰইংৰুমত বহিল। অধ্যাপক চলিহাই অহীন্দ্ৰলৈ চাই ক'লে—'তোমাক মাতি পঠোৱাৰ কাৰণ হল কবিতা পুথিখনৰ মুখবন্ধ যে লিখিব কৈছিলা সেয়া সম্পূৰ্ণ হৈছে। লৈ যোৱাহক।'

'ধন্যবাদ চাৰ' অহীন্দ্ৰই কৃতজ্ঞতা প্ৰকাশ কৰিলে।

তাৰ পিছত অধ্যাপক চলিহাই কবিতা পুথি সম্পৰ্কে বহুতো দিহা-পৰামৰ্শ আগবঢ়ালে।

অহীন্দ্ৰকে আদি কৰি গুৱাহাটী বিশ্ববিদ্যালৰ স্নাতকোত্তৰ মহলাৰ কেইজন মান উদীয়মান সাহিত্য প্ৰেমী ছাত্ৰ ছাত্ৰীয়ে এটি কবিতা সংকলন উলিওৱাৰ মানসেৰে যাবতীয় প্ৰস্তুতি চলাইছিল স্নাতকোত্তৰ মহলাৰ ছাত্ৰ ছাত্ৰীৰ দ্বাৰা ৰচিত কবিতাৰ এই সংকলনটিৰ বাবে বহু কবিতা পোৱা হৈছিল যদিও কেৱল মাত্ৰ ত্ৰিশটা কবিতাহে ইয়াত

সন্নিবিষ্ট কৰাৰ বাবে নিৰ্ব্বাচন কৰা হৈছিল। এই কবিতাবোৰৰ আটাই-বোৰে স্বাধীনতাৰ পিছত জন্মগ্ৰহণ কৰা। স্বাধীন ভাৰতৰ স্বাধীন মানসীয়তা (?) ৰ ওপৰত লিখা কবিতাবোৰৰ প্ৰায়বোৰতেই প্ৰতি-ফলিত হৈছে সমাজৰ পদদলিত মানুহৰ আৰ্ত্ত হা-হুমুনিয়াহ বোৰ। প্ৰকাশিত হৈছে তথাকথিত আভিজাত্য ব্যক্তি সকলৰ প্ৰতি তৃতীয় বিশ্বৰ মানুহৰ প্ৰচণ্ড ঘৃণা।

কবিতা পুথিখন প্ৰকাশ কৰিবলৈ এলাওতে যথেষ্ট বাধাৰ সন্মুখীন হব লগা হৈছিল অহীন্দ্ৰগগৈত। প্ৰথমতে অৰ্থৰ অভাৱে সিহঁতক বাৰু-কৈয়ে চিন্তাত পেলাইছিল। পিছলৈ অৱশ্যে এই চিন্তা দূৰ হৈছিল। সস্তীয়া হিন্দী চিনেমাত খৰচ কৰাতকৈ ভাষা জননীৰ উৎকৰ্ষ সাধনত সংসাধ্য ধনৰাশি যোগোৱাটো পবিত্ৰ কৰণীয় কৰ্ত্তব্য বুলি হৃদয়ঙ্গম কৰি বহু ছাত্ৰ-ছাত্ৰীয়ে মুক্তহস্তে দান ধনৰাশি আগবঢ়াই পুঁজি টনকিয়াল কৰি তুলিছিল। দুই এজন অধ্যাপকেও এই ক্ষেত্ৰত যথেষ্ট উৎসাহ উদ্দীপনাৰে সহায় কৰাইছিল।

'গুৱাহাটী বিশ্ববিদ্যালয় সাহিত্য চৰা'ৰ উদ্যোগত প্ৰকাশিত কবিতা সংকলনটিৰ নাম দিয়া হৈছে 'জালুকবাৰীৰ নিবিড় লগন' আৰু সংকলনটিৰ সংকলক অহীন্দ্ৰ গগৈ।

—:০:—

তেতিয়া এন্ধাৰ বাককৈয়ে হৈছে। অহীন্দ্ৰহঁত জিলা পুথি-ভৰালৰ পৰা আহি দীঘলী পুখুৰী পাৰত ৰৈ থকা বিশ্ববিদ্যালয়ৰ বাছত উঠিল। সাত বজাত যাবলগা বাছখনত সাত বাজি পোন্ধৰ মিনিট যাওতেহে ড্ৰাইভাৰ উঠিল। গাড়ীত ষ্টাৰ্ট দিলে। কিন্তু ষ্টাৰ্ট' নুঠে। কেইটামান গেঙনি মাৰি ষ্টাৰ্ট' বন্ধ হৈ যায়। ঠেহপাত ভাত পানী নোখোৱা কিশোৰ কিশোৰীক মৰমেৰে ঠেলি হেচি ভাতৰ পাতত বহুৱাৰ দৰে ষ্টাৰ্ট' নুঠা বাছখনবো ষ্টাৰ্ট' উঠাবলৈ ঠেলিব লগা হল। কিছুদূৰ ঠেলাৰ পিছত ষ্টাৰ্ট' উঠিল। আৰু সমগ্ৰ বডি কপাই বাছখন জালুকবাৰী অভিমুখে গতি কৰিলে। অসম্ভৱ ভিৰ হৈছে বাছখনত। ভিতৰত উশাহ লবলৈকো অকণ ঠাই নাই। বাহিৰতো পাও-দানিত ভৰি দি বহুকেইজন যাত্ৰী বাদুলি ওলোমাদি ওলমি আছিছে। ইফালে গাড়ীৰ স্পিড তথৈবচ। ঘোড়া গাড়ীতকৈ অলপহে বেছি।

মালিগাওঁ অভাৰ ব্ৰিজখন পাৰহৈ ঘৰ, ঘৰ, শব্দ কৰি পাছৰ ষ্টাৰ্ট বন্ধ হৈ গল। ড্ৰাইভাৰ ৰতনে ইঞ্জিনৰ ঢাকনি গুচাই কিবা চাবলৈ লোৱা দেখি পাণ জপাদি জাপি অহা যাত্ৰীবোৰৰ চকুৱে মুখে বিৰক্তিৰ চিন ফুটি উঠিল। কেইজন মান যাত্ৰী গো গোৱাই নামি গল। এন্ধাৰতে খুচৰি খুচৰি একো দেখা নাপাই ড্ৰাইভাৰে কন্দাক্তৰৰ পৰা পইচা লৈ কাষৰ দোকানৰ পৰা মম কিনি আনিলে। মম জ্বলাই ইঞ্জিন খুচৰি পুনৰ ষ্টাৰ্ট দিয়াৰ চেষ্টা কৰিলে যদিও ষ্টাৰ্ট নুঠে। ইঞ্জিন নাচোৰ বান্দা। গতি বিষম যেন দেখি বাকী থকা মানুহবোৰেও বিশ্ববিদ্যালয় কৰ্তৃপক্ষ আৰু চৰকাৰক গালি এজাউৰি দি নামি গল। অহীন্দ্ৰহঁত নমা নাছিল। নমা নাছিল মানে একেবাৰে পিছৰ চিটত বহি অহা বাবে কিছু সময় অপেক্ষা কৰিব লগা হৈছিল। তদুপৰি পিলানিয়ে কৈ থকা বিদেশী চিনেমাখনৰ কাহিনীটো শুনাত

সিহঁত মগ্ন আছিল। এনেতে হঠাৎ কাৰোবাৰ তৰ্জন গৰ্জন শুনি সিহঁত আটাই কেইজনে মুৰ দাঙি চালে। দেখে সেইটো প্ৰবাল। প্ৰবালে ৰতনক ৰুদ্ধ শ্বাসে গালি পাৰিছে। সিহঁতে ভাবিছিল প্ৰবাল সিমানতেই ক্ষান্ত থাকিব, যুগুৰ মালৰ দৰে ফোঁপৰি পাতি থুঠিব। কিন্তু সিহঁতে দেখিলে প্ৰবালে ৰতনৰ বুকুত খামুচ মাৰি ধৰিছে আৰু এক বজ্ৰ ঘোচা মাৰিবলৈ প্ৰস্তুতি চলাইছে। চমকি উঠিল অহীন্দ্ৰ। চমকি উঠিল পিলানি। চমকি উঠিল শঙ্কৰো। সমস্বৰে তিনিওজনে চিঞৰি উঠিল 'ষ্টপ চৌধুৰী'। প্ৰবালে মুৰ ঘুৰাই চালে। ইতিমধ্যে অহীন্দ্ৰহঁত প্ৰবলৰ সেই ঠাইখিনি আহি পাইছিল।

'হুৱাট ইউ ৱান্ট টু ডু মিষ্টাৰ চৌধুৰী?' পিলানিৰ মাতত উষ্মা। প্ৰত্যুত্তৰত প্ৰবাল গৰ্জি উঠিল—'হু আৰ ইউ টু আস্ক মি?' আৰু কথাৰ লগেলগে ৰতনৰ মুখত এটা প্ৰচণ্ড ঘোচা বহুৱাই দিলে। প্ৰবালৰ দৌৰাত্ম দেখি জ্বলি উঠিল অহীন্দ্ৰ প্ৰবালৰ হাতত খামুচি ধৰি সি উষ্মা মিহলি স্বৰেৰে কলে 'চৌধুৰী, বহুত হৈ গৈছে। বচ, বন্ধ কৰক! কি গৰ্হিত কাম কৰিছে আপুনি জানেনে?'

'গৰ্হিত কাম?' অট্টহাস্য কৰি উঠিল প্ৰবাল আৰু তাৰ সঙ্গী জুৱেল চামাড। ৰতনলৈ চাই প্ৰবালে কলৈ ধৰিলে 'আৰে চালা চুৱৰ, ব্ৰেক মেইল কৰিবলৈ আৰু ঠাই নাপালি! বুঢ়া গাড়ীখন আনি আমাক কি ভেলকিবাজি দেখুৱাব খুজিছ? গাড়ীৰ কণ্ডিচন যদি খাৰাপেই তেন্তে তই আগতে চেকআপ নকৰিলি কিয়? প্ৰবালক সমৰ্থন কৰি জুৱেলে কলে—নহয় বে, চাল্লা, চব ইয়াৰ তিক্ৰাম বাজি! প্ৰক্সী মাষ্টাৰ! গভৰ্মেণ্ট ইহঁতেই দাবাই দিছে।'

প্ৰবালহঁতৰ গৰ্জনত চুপ মাৰি বৈ আছে বৃদ্ধ ৰতন। তেওঁ জানে ক্ষন্তেকীয়া যৌৱনৰ দপদপনিত ফুলি উঠা এই চাম উত্তমুৱা ডেকাৰ কথা আৰু কাৰ্য্যৰ বিৰুদ্ধাচাৰণ কৰা মানেই অযথা চৰ ঘোচা খোৱা। নিজৰ কনিষ্ঠ পুত্ৰৰ সম বয়সৰ ল'ৰাৰ হাতত চৰ ঘোচাখাই আত্ম সম্মান লাঘৱ কৰাতকৈ নীৰৱতা অৱলম্বনেই বুদ্ধি-

মানৰ কাম বুলি বিবেচনা কৰি অসহায় ভাবে মৌন হৈ থকা ভ্রাতৃভাব ৰতনৰ মুখলৈ চাই অহীন্দ্র আৰু উত্তেজিত হৈ পৰিল। যৌবনৰ দ্বিতীয় ৰিপুৰ তাড়নাত সি বাধ্যয় হৈ পৰিছিল।

সেয়েহে সি হুঙ্কাৰ দি উঠিল, 'চৌধুৰী ৰতনৰ বুকুৰ পৰা হাত এৰি দিয়ক, প্রবালে মুৰ দাঙি চালে, দেখে অহীন্দ্রই উগ্র মূৰ্ত্তিৰে তালৈকে চাই আছে

'মোক কিবা কৈছা ?' প্রবালে সুধিলে।

'কিয় কাণেৰে কম শুনে নেকি ? মই কৈছো ৰতনৰ বুকুৰপৰা হাত এৰি দিয়ক।'

'কিয় ?'

'আঃ আকৌ কুৱেশ্চন। মই কৈছো হাত এৰি দিয়ক।' এইটো আপোনাৰ জিমনাষ্টিক হল নহয়, আৰু ৰতন আপোনাৰ দৰে বডি বিল্ডাৰ নহয়, ভ্রাতৃভাবেহে তাতে বৃদ্ধ লেখকৰ সতে বল জুখিবলৈ বৃথা চেষ্টা নকৰিব।'

'কি আজে বাজেবোৰ বলকিছা। মাথা খাৰাপ হৈছে নেকি ?'

'অ মোৰ মাথা খাৰাপ হৈছে। মই এৰি দিব কৈছো দিয়ক।'

'আৰু যদি নিদিও !'

'নিদিয়ে !' এই বুলি কৈয়েই অহীন্দ্রই এটা প্রচণ্ড ঘোচা বহুৱাই দিলে প্রবালৰ মুখমণ্ডলত। সি ইঞ্জিনৰ ওচৰতে চিত ভোঙোৰা খাই পৰিল। অহীন্দ্রক আৰু আগুৱাই যোৱা দেখি পিলানিয়ে থাপ ধৰিলে, প্রবালে থিয় হৈ অহীন্দ্রলৈ চোঁচা লবলৈ উদ্যত হৈছিল, কিন্তু তাকো দুজন লৰাই বাধা দিলে। কোমল ওঠফাটি নিগৰি ওলোৱা তেজখিনি থু মাৰি পেলাই দি অহীন্দ্রলৈ চাই প্রবালে ঘৃণা সূচকভাবে কলে, ভাবিছিলো গৰম তেজ ঠাণ্ডা কৰি দিও, কিন্তু কোনো লাভ নাই তোৰ দৰে হাফমেদ এটাক মাৰি। মহাপুৰুষ ! আগতে নিজৰ শৰীৰত কিমান বল আছে চাই লবি তাৰ পিচতহে আনৰ সতে কাজিয়া কৰিব ওলাবি। কাহানি বডিটোৰে যাবে তাবে আগত দাদাগিৰি

কৰিলে কোনোবা দিনা মাৰত ফ্লেট হৈ যাবি।'

আপুনি মোৰ বাবে ইমান চিন্তা নকৰিলেও হব। আপোনাৰ যে বল আছে সেই কথা মইয়ে নহয় সকলোৱে জানে। কিন্তু সেই বুলি আপুনি যাকে-তাকে হকে-বিহকে মাৰি ফুৰিব নেকি?'

'কত দেখিলি বে যাকে তাকে মাৰি ফুৰা?'

'কিয় ৰতনক? ৰতনে আপোনাৰ কি দোষ কৰিছিল যাৰ বাবে আপুনি বৃদ্ধ মানুহ এজনক এইদৰে অপদস্থ কৰিলে।'

অ', ৰতনক, মই নিশ্চয় অপদস্থ কৰিম। সি কামত ফাঁকী দিছে। আমাৰ সময়ৰ মূল্য আছে, বুজিছ। লেমাৰী গাড়ীবোৰ আনি ইহঁতে কাম বন নকৰি বহি বহি দৰমহা লোৱাৰ 'চাল' খেলিছে। দিনভৰ বহি থাকিলেও ইহঁতে দৰমহা পাবই, কিন্তু আমাৰ যে কিমান 'লচ' হয় তাৰ খবৰ ৰাখেনে?'

'কিন্তু গাড়ী বেয়া হলে ৰতনহতে কৰিব কি?'

'গাড়ী বেয়া? গাড়ী কত বেয়া হৈছে? ই নিজেই বেয়া কৰিছে?' 'ই এক নম্বৰ চয়তান। কোনো দিনেই ই সময়মতে গাড়ী নচলায়, চলালেও তাৰ গাড়ৰ এগতা মান বেমাৰ।'

প্ৰবালৰ কথা শুনি আচৰিত হল অহীন্দ্ৰ। কপালৰ ভ্ৰূযুগল ঈষৎ বঙ্কিম কৰি সি কলে 'আপুনি ইমান নীচ মনোবৃত্তিৰ। মানুহ সম্পৰ্কে আপোনাৰ ধাৰণা ইমান ঠেক। চিঃ চিঃ চৌধুৰী কিছুমান অমূলক ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী হৈ এনে নীচ আচৰণ কৰাটো মহাভুলেই নহয় মহা অন্যায়ো। নিঃস্ব হল বুলিয়েই ৰতনহঁতৰ দৰে সৰু সৰু মানুহবোৰৰ নৈতিকতাৰ অধঃপতন ঘটা নাই নহয়। তেওঁবো মানবীয় অনুভূতি আছে। আৰু আটাইতকৈ ইম্পৰ্টেন্ট কি জানে তেওঁৰো এজন মানুহ। মানবীয় অধিকাৰ তেওঁৰো প্ৰাপ্য।

'ষ্টপ ইয়ৰ লেকচাৰ,' ক্ৰুদ্ধ নাগিনীৰ দৰে ফোঁচ ফোঁচাই উঠিল প্ৰবাল। সি পুণৰ কলে 'শ্ৰমিকৰ নেতা হব ওলাইছা যদি শ্ৰমিকৰ মাজলৈ যোৱা, বিশ্ববিদ্যালয়ত পঢ়িব আহিছা কিয়? যতে

তেওঁতে পলিটিক্স নচলে বুজিছা।'

অহীন্দ্ৰই কিবা কব খুজিছিল, কিন্তু পিলানিয়ে বাধা দিলে, অহীন্দ্ৰৰ হাতত ধৰি পিলানিয়ে তাক বাহিৰলৈ লৈ আহিল, সি কলে 'মই বৰ দুখ পাইছো গৈ। বাছৰ ভিতৰত মূৰ্খ এটাৰ সতে মূৰ্খামি কৰাটো মুঠেই সমীচিন হোৱা নাই। বোলক থাওঁগে।"

সিহঁত কেইজন বিশ্ববিদ্যালয় চৌহদ বুলি খোজ ললে। চিগাৰেট এটা জ্বলাই লৈ শঙ্কৰে কলে 'প্ৰবালৰ কথা আপুনি জানেই। তাৰ সতে কাজিয়া কৰা মানে নিজৰ সম্মান নষ্ট কৰা। জানি বুজিও তাৰ সতে কিয় উখনা উখনিখন কৰি আছে।'

'কেনেকৈ নকৰো। চাওঁক, ড্ৰাইভাৰ হলেও ৰতন মানুহ, আমাৰ দৰেই তেজমঙহৰ শৰীৰ। গতিকে তেওঁলো মানুহ হিচাপেহে ব্যৱহাৰ কৰিব লাগে।'

'কিন্তু সি যে ৰতনহঁতৰ দৰে সৰু সৰু মানুহবোৰক ইতৰ জন্তু বুলি ভাবে। তাক জানো প্ৰবালহঁতৰ দৰে ফাৰ্ষ্টক্লাছ মানুহৰ বাবে থাৰ্ড ক্লাছ ৰতনহঁতৰ জীৱনৰ কোনো মূল্য নাই। টকাৰ বিনিময়ত সিহঁতে ৰতনহঁতক লৈ নসংসাৰৰ খেল খেলিব পাৰে। তাৰ প্ৰমাণ আপুনি আগতেও পাইছে. মোৰ বাবাৰ ক্ষেত্ৰতে সেয়া প্ৰমাণিত নহল জানো?'

'এৰা'। হুমুনিয়াহ কাঢ়ি মৌন হৈ পৰিল অহীন্দ্ৰ। পিলানিৰ কথাবোৰ তেনেই সঁচা সি জানে প্ৰবালৰ বাবে ৰতনহঁত দাষ্টবিনৰ পৰা জাবৰ। কোনো বাস্তৱ মূল্য নাই। আৰু যদি সিহঁতৰ জীৱনৰ কিবা মূল্য থকা বুলি গণ্য কৰিলে হেতেন তেন্তে সেইদিনা পিলানিৰ বৃদ্ধ দেউতাক লচমনক ইমান অপমান নকৰিলেহেঁতেন। সেইদিনা অভাবনীয় ভাৱে সংঘটিত হোৱা ঘটনাটো অহীন্দ্ৰৰ মানস পটত ভাহি উঠিল।

কালেশ্বৰ ধামৰ ওচৰতে থকা ঠাইখিনিত বাস কৰা অসমীয়া, বিহাৰী, নেপালী আটাইবোৰ মানুহৰে অৰ্থনৈতিক অৱস্থা শোচনীয়।

দুই এজনে বিশ্ববিদ্যালয়ত কাম কৰে, বাকীবোৰে ঠেলা চলায়, গাখীৰৰ কাৰবাৰ কৰে নাইবা দিন হাজিৰা কৰি পেট প্ৰবৰ্তায়। মানুহবোৰৰ বাবে পেটৰ ক্ষুধা নিবাৰণেই প্ৰধান সমস্যা বাকীবোৰ তেনেই গৌণ। সেয়েহে সৰু সৰু ল'ৰা ছোৱালীবোৰৰ পঢ়াশুনাৰ কোনো বিকল্প ব্যৱস্থা নাই। পিতৃ মাতৃয়ে পঢ়াত উৎসাহ যোগাবও নোৱাৰে। এইবোৰৰ প্ৰায়ভাগেই বুজন হোৱাৰ পৰা অৰ্থ সংগ্ৰহৰ বাবে সংস্থাপনত নামি যায়। কাৰণ উপায় নাই। পিছে অহীন্দ্ৰ, পিলানি, শঙ্কৰ, ৰাজেন আৰু আইনুলহতে ব্ৰহ্মচাৰৰ সতে আলচ কৰি এই লৰা ছোৱালীবোৰৰ পঢ়াৰ ব্যৱস্থা কৰিলে। সিহঁতে নিজেই কিতাপ কাগজ যোগান ধৰি লৰা ছোৱালীবোৰক স্কুলত নাম লগাই দিলে। স্কুলত পঢ়াৰ উপৰিও সিহঁতে পাল পাতি সদায় গধূলি লৰা ছোৱালীবোৰক পিলানিহঁতৰ চোতালত পঢ়াবলৈ ললে।

আনদিনাৰ দৰে সেইদিনাও এপাল লৰা ছোৱালীক পঢ়াই আছিল পিলানি আৰু অহীন্দ্ৰই। মনোযোগেৰে পঢ়াই থাকোতে হঠাৎ কাৰোবাৰ আগমনে সিহঁতৰ মনোযোগ শিথিল কৰি দিলে। ছাত্ৰ শিক্ষক সমন্বিতে আগন্তুকলৈ ঘুৰি চালে। সিহঁতে অনুমান কৰিলে কোনোবা যেন তীব্ৰবেগে ক্ৰুদ্ধ গৰ্জনেৰে এইফালেই পোনাই আহিছে। কোন বাৰু? পিলানি আৰু অহীন্দ্ৰ সচকিত হল। সিহঁতে দেখিলে যে এটি উলংগ প্ৰায় নৰকংকাল কেইজনমান মানুহে চোচৰাই আনিছে।

'কোন?' আগন্তুকক প্ৰশ্ন কৰি আগুৱাই গল পিলানি।

'কোন চাই ল হিটলাৰ,! ক্ষীণ অৱয়বৰ পিলানিক প্ৰবালে হিট-লাৰ বুলি সম্বোধন কৰে। ব্যঙ্গ স্বৰেৰে প্ৰবালে কৈ গল-'আৰে বেটা! বিশ্ববিদ্যালয়ত পঢ়! ডাঙৰ মানুহ হব! কিন্তু তহঁত কোনো দিনেই ডাঙৰ মানুহ হব নোৱাৰ। তহঁত বি গু-খুৰৰ মানুহ তেনেকৈয়ে থাকিবি।'

ল'ৰা কেইজনৰ হাতৰ পৰা এৰা পৰি অনাজিহুবাৰু কেৰুনি মাৰি থাকি গোৱা বাচাকচ টিপিৰ পানি পিলানিয়ে সুধিলে 'এইবিলাক কি

মিষ্টাৰ চৌধুৰী, আচলতে ঘটনাটো কি ? বাবাক আপোনালোকে এই দৰে চোচৰাই আনিছে কিয় ?

প্লিজ, মোক ভাঙি পাতি কওকচোন ।'

'আবে তোৰ বাপেৰক নোসোধ কিয় ?' প্ৰবালৰ কথাত প্ৰচণ্ড ঘৃণা । প্ৰবালৰ ব্যৱহাৰত পিলানি ক্ষুব্ধ হৈছিল যদিও যথেষ্ট সংযত হৈ সি কলে, 'চৌধুৰী দাদাই যি কামেই নকৰক মই বাবাৰ এবাৰ বক্তব্যও প্ৰথমে মুশুনো, আপোনাৰ পৰাই শুনিম ।'

'প্ৰবালৰ ঘড়ী চুৰ কৰিছে' প্ৰবালৰ লগত অহা দেৱেন দাসে কলে।

'ঘড়ী চুৰ কৰিছে ?' আচৰিত হল পিলানি । আচৰিত হল অহীন্দ্ৰ । আচৰিত হল হোষ্টেলৰ বাবু দুজনৰ মুখলৈ ভেবা লাগি চাই থকা কণকণ লৰাছোৱালীবোৰ । যিজন মানুহক বিশ্ববিদ্যালয়ৰ ছাত্ৰশিক্ষক কৰ্মচাৰী তথা চৌহদৰ সকলো মানুহে, সৎ, ভদ্ৰ আৰু একান্ত বিশ্বাসী বুলি মৰম কৰে, যিজন মানুহে কাৰোপৰা এটা টকাও অসৎভাৱে গ্ৰহণ নকৰে, সেইজন মানুহে ঘড়ী চুৰ কৰিছে ? কাৰো-ৰেই বিশ্বাস নহল । পিলানিয়ে সুধিলে, সচাই আপোনাৰ ঘড়ী চুৰ কৰিছে নেকি চৌধুৰী ?'

'তহত পাগল কাৰণে সকলোৱে প্ৰলাপ বকে বুলি ভাৱ নেকি ? বুজিছ, নিজে ইউনিভাৰচিটিত পঢ়ি দাদা চেলালেই নহয়, ঘৰখনো চাব লাগে । চুইপাৰৰ লৰা হৈ বাবু বনিব খোজ । ইফালে বাপে-ৰই মাল খাবলৈ পইচা নেপাই হোষ্টেলৰ লৰাৰ বস্তু চুৰ কৰে তাৰ খবৰ ৰাখ নে নাৰাখ ? থু, অসভ্য চব !' প্ৰবালে কথাৰ লগে লগে এসোঁতা থুই মাৰি পঠিয়ালে বৃদ্ধ লচমনৰ তালু ওলোৱা মূৰ-টোত । থুইখিনি বুঢ়াই হাতেৰে চুই মোহাৰি দিলে ।

সহ্য নহল পিলানিৰ । কিবা এক অনামী তথা অসীম ক্ৰোধে তাৰ দেহৰ শিৰা উপশিৰাৰে প্ৰবাহিত হৈ তাক প্ৰায় জ্ঞানশূন্য কৰি পেলালে । আগপাচ নুগুনি সি প্ৰবল জোৰেৰে গৈ প্ৰবালক কান্ধত

ধৰি জোকাৰি দি প্ৰচণ্ড ক্ষোভেৰে সুধিলে ‘বিয় ঘড়ী চুৰ কৰিছিলি ?,

‘নাই বেটা হামনে ঘড়ী চুৰি নাই কৰিছে।’ এজন সক্ক লবাৰ দৰে হুক হুককৈ কান্দি কলে বৃদ্ধ লচমনে।

‘নাই যদি এইদৰে আনিছে কিয় ?’

‘হামনে সস, কহিছে বেটা, মা কামাখ্যা কী শপথ, হামনে ঘড়ী চুৰি নাই কৰিছে’।

‘তেন্তে তোক এইদৰে ধৰি আনিছে কিয় ?’ আবেলিৰ পৰা কত আছিলি ?’

‘নাই বেটা কভো ভী যোৱা নাই। হোষ্টেল মে ৰহা থা। ঠাকুৰ নে চাই দিয়া থা। চাই পিকে প্ৰবাল বাবুকে চিগৰেট লানেকো সাতমাইল গিয়া। চিগৰেট লাকৰ দেখাভো কমমে পৰবাল বাবু নাই আছে। তব মেইনে টেবুল কে ওপৰ চিগৰেট ৰখকৰ নিকাল পৰা। উচকে বাদ সাত মাইল গিয়া।

উহা লেঙৰা মাহাজনকে ছুকান মে মধুৰা কে সাথ বেইথা ৰহা থা। পৰবাল বাবুনে উহাসে লেকে আয়া। বেটা মুঝে গলত মত চমঝো। মেইনে ঘড়ী চুৰি নেহী কিয়া, বেটা, নেহী কিয়া ?’

থোকা থুকি মাতেৰে কোৱা দেউতাকৰ কথা শুনি পিলানি ক্ষন্তেক তভক মাৰি ৰল। তাৰ পিচত কিবা চিন্তা কৰি প্ৰবাললৈ চাই সুধিলে ‘ব্ৰহ্মচাৰক জনাইছিল ?’ ‘ওহো নাই।’ প্ৰবালে মুৰ জোকাৰি উত্তৰ দিলে।

‘তেন্তে বোলকচোন চাৰৰ ভালৈ যাও, তেখেতে বিচাৰ কৰি দিব।’

‘আৰে ঘড়ী চুৰ কৰিছে তোৰ বাপেৰই আৰু তাৰবাবে ব্ৰহ্মচাৰে মুৰ ঘমাব কিয় ?

‘কিন্তু তাৰ বাহিৰে যে উপায় নাই। মই আপোনাৰ কথা অবিশ্বাস কৰিব খোজা নাই, কিন্তু বাবাই ঘড়ী চুৰ কৰা কথাটোও মানি লব পৰা নাই। গতিকে মই নিৰুপায়। এই ক্ষেত্ৰত চাৰে নিশ্চয় কিবা উপায় দিব।’

অনিচ্ছা স্বত্বেও প্ৰবাল পিলানিহঁতৰ মতে সিহঁতৰ হোষ্টেলৰ চুপাৰ ড. অমলেশ ব্ৰহ্মৰ কোৱাটাৰলৈ গল। ৰাতি তেতিয়া প্ৰায় ন বাজিছিল। ড. ব্ৰহ্মই ভাত পানী খাই বাৰান্দাৰ আৰামী চকী এখনত বহি ভাতৰ ভাগৰ মাৰিছিল। এনেতে পিলানিহঁত ওলালগৈ। পিলানিয়ে সমস্ত ঘটনাটো বিবৰি কলে। ড. ব্ৰহ্মই লচমন আৰু প্ৰবাল উভয়কে পৃথক পৃথককৈ কথা সুধি লৈ ক্ষন্তেক বৈ কিবা চিন্তা, কৰি কলে 'আজি যোৱা, কাইলৈ কিবা এটা ব্যবস্থা কৰিব লাগিব।'

পিচদিনা পিলানি ড. ব্ৰহ্মৰ কোৱাৰ্টাৰলৈ গল। পিলানিক দেখি ড. ব্ৰহ্মই কলে 'পিলানি প্ৰবালে ঘড়ীটো পাইছে। সি ৰাতিপুৱাই মোক কৈ গৈছে, ঘড়ীটো হেনো তাক নজনোৱাকৈ চন্দ্ৰ পাঠকে পিন্ধি গৈছিল।'

'কিন্তু চাৰ ?' পিলানিয়ে কিবা কব খুজিছিল, কিন্তু তাৰ আগতেই ব্ৰহ্মই কলে 'কি কৰিবা পিলানি! প্ৰবালে তোমাৰ বাবা লচমনক ঘড়ী চুৰ কৰা বুলি কোৱাত ময়ো আচৰিত হৈছো, খুউব দুখ পাইছো। কাৰণ মই লচমনক ভালকৈ জানো। এনে নীচ কাম সি নকৰে। প্ৰবালে বোধহয় লচমনকো তাৰ দৰে নষ্ট চৰিত্ৰৰ বুলি ভাবে। যিনহওক এই সন্দৰ্ভত তুমি বহুত কথা কব লগা আছিল যদিও মই তোমাক ৰিকোৱেষ্ট কৰিছো তুমি যাতে তাক একো নোকোৱা।

'হব চাৰ, মই প্ৰমিচ দিছো, একো নকও। মই এতিয়া যাওঁ।' পিলানি ৰাষ্টালৈ ওলাই আহিল। ৰদটোৱে খাওঁ খাওঁ মূৰ্ত্তি ধাৰণ কৰাৰ বাবেই নে তাৰ মানসিক দুৰ্বলতাৰ বাবেই সি যেন অৱশ হৈ পৰিছিল। ৰাষ্টাৰ দাতিত থকা কৃষ্ণচূড়া জোপাৰ তলত সি বহি পৰিল।

ওচৰৰ হোষ্টেলৰ কোনো এটা ৰুমৰ পৰা উচ্চস্বৰত গোৱা পপ চঙৰ সুৰ শুনি সি বহাৰ পৰাই মূৰ তুলি চালে। দেখে কেইজনমান লৰাই সুৰৰ তালে তালে অশ্লীলভাৱে নৃত্য কৰি আছে। অৱশ্যে সেই নৃত্যৰ নাম কি সি নাজানে। ঘৃণাত তাৰ নাক কোচখাই

গল।

'থু; ইউনিভাৰচিটিৰ ষ্টুডেণ্ট। ইহঁত ! ইহঁতো একো একোজন প্ৰবাল চৌধুৰী। আজি প্ৰবালে তাৰ সহজ সৰল পিতাকক চোৰ বুলি কৈছে, কাইলৈ হয়তো ইহঁতে তাকেই চোৰ সজাব।' প্ৰবালৰ দৰে অভিজাত্যৰ গৌৰৱত গৌৰবান্বিত উচ্চ বৰ্ণজাত ধনীৰ অপত্য ভুৱা স্মাৰ্টনেচেৰে দপদপাই থকা এই চাম বিকৃত মানসিকতাৰ ছাত্ৰই তাকো হয়তো দোষী সাজি বিচাৰকৰ সন্মুখত থিয় কৰাব। আৰু সি বাধ্যও হব। কাৰণ ধৰ্ম, সমাজ, আইন-কানুন শিক্ষা-সংস্কৃতি আনকি বৌদ্ধিক জগতখনতো প্ৰবালহঁতৰ দৰে এচাম মদগৰ্বী ভণ্ড ভদ্ৰলোকৰ বিৰাট আধিপত্য। তাত লচমনহঁতৰ দৰে সৰু মানুহৰ স্থান নাই। এইচাম মানুহৰ নিৰ্দ্দেশত সমাজ চলে। আইন কাৰ্য-কৰী হয়। সিহঁত প্ৰথম শ্ৰেণীৰ নাগৰিক। জীৱনৰ প্ৰয়োজনীয়তা খিনিৰ প্ৰবল প্ৰাচুৰ্য্যতাৰ বাবেই ব্যাহ্যিকজগত খনত প্ৰবালহঁতৰ ইমান আধিপত্য। সমাজে সিহঁতক বিচাৰে। আৰু পিলানিহঁত ? ইহঁত যেন সমাজৰ আবৰ্জনা, দাষ্টবিনৰ পেলনীয়া বস্তু। ইহঁতৰ যেন মান, মৰ্যাদা, নৈতিকতা তথা দুখ শোক একো নাই। ইহঁতৰ দৰে থাৰ্ড ক্লাছ (?) চামৰ যে একোখন কহুৱা কোমল অন্তৰ থাকিব পাৰে, দুখ দৈন্যই যে ইহঁতকো পীড়া কৰিব পাৰে, সেই কথা প্ৰবালহঁতৰ ধাৰণাৰো অতীত। প্ৰবালহঁতে ভাবে পিলানিহঁত একোটা 'বাই প্ৰডাক্ট'।

'আৰু সেই কাৰণেই হবলা প্ৰবালহঁতে ৰতনহঁতৰ দৰে মানুহ-বোৰক কুকুৰ মেকুৰীৰ দৰে জ্ঞান কৰে' পিলানিয়ে কলে। পিলানিৰ কথা সমৰ্থন কৰি অহীন্দ্ৰই মাত লগালে 'অথচ ৰতন নিৰ্দ্দোষী। গাড়ীখন বেয়া হল বাবেই জানো ৰতনক চাৰ্জ কৰাৰ কিবা মানে আছে ?'

ৰতন গাড়ীখনৰ চালকহে, বেয়াহলে ভেওঁ ভাল কৰিবৰ চেষ্টা কৰিব পাৰে, কিন্তু নহলে তেওঁ কি কৰিব ? আৰু গাড়ীখন বেয়া

হোৱাত তেওঁৰ দোষ কি ? তেখেতেতো কৰো বুলি বেয়া কৰা নাই। কিন্তু প্ৰবালে সেই বোৰ নুবুজে।

'নুবুজা নহয় ঠিকেই বুজে। কিন্তু সিইতৰ মতে ৰতনহতৰ জীৱনৰ কোনো মূল্যই নাই, তেওঁলোকৰ কৃত কৰ্ম তথা কথাবতৰাৰো কোনো মূল্য নাই। তেওঁলোক যেন একোটা যন্ত্ৰ। তথাকথিত ডাঙৰ মানুহৰ ইংগিতত চলা পুতলা নাচৰ পুতলা বিশেষ।'
শঙ্কৰে কলে।

'কিন্তু এই মানুহবোৰ অনন্ত কাললৈ পুতলা নাচৰ পুতলা হৈয়ে থাকিব জানো ? তেওঁলোকে জানো প্ৰাণ নাপাব ? আৱহমান কালৰ পৰা চলি অহা অৱহেলাৰ জানো অবসান নহব ?' শিলানিয়ে প্ৰচণ্ড ক্ষোভেৰে প্ৰশ্ন কৰিলে কিন্তু এই প্ৰশ্ন কাৰ প্ৰতি সি নিজেই অনুধাৱন কৰিব নোৱাৰিলে। হয়তো প্ৰবালহতৰ প্ৰতি নাইবা ক্ৰুটীপূৰ্ণ সামাজিক ব্যৱস্থাৰ প্ৰতিও হব পাৰে।

শঙ্কৰে বৰ অত্যন্তই মোলায়েম সুৰত কবলৈ ললে এই বোৰৰ অবসান নিশ্চয় হব মিষ্টাৰ বাছফৰ, নিশ্চয় হব। আৰু সেয়া স্বাভাৱিক। পৃথিৱীৰ চুকে কোণে থকা অৱহেলিতৰ মুক্তিৰ নতুন সূৰুজ উদিত হবলৈ ধৰিছে। উদিত ভাস্কৰ তেজস্বী কিৰণত আজি অছিল বিশ্ব-জুৰি চলিছে অৱহেলিতৰ মুক্তি সংগ্ৰাম। দেশে-দেশে, পৃথিৱীৰ প্ৰান্তে-প্ৰান্তে চিক্‌মিকাই উঠিছে বিমুদ্ধ যৌবনৰ হাতৰ চকুৰি। মানুহে জীৱ-নৰ গান গাবলৈ লৈছে। শোষিত জনগণৰ শোষণ জৰ্জৰিত বিপ্লবী সত্তাই দেওধনী নৃত্য আৰম্ভ কৰিবলৈ ধৰিছে। সিহঁত আগবাঢ়িছে। আগবাঢ়ি গৈ আছে এক অনাগত সুন্দৰ ভৱিষ্যতৰ পিনে।'

সমগ্ৰ পৃথিৱীৰ মানুহৰ খোজে খোজে আগবাঢ়িছে অহীন্দ্ৰহতো। জীৱনত পদে-পদে পাই অহা তীব্ৰহতাশাই সিহঁতক বজ্ৰ কঠোৰ কৰি তুলিছে। সংঘাতময় বাস্তৱৰ নিৰ্মম প্ৰহাৰত আঘাতপ্ৰাপ্ত সিহঁতৰ কহুৱা-কোমল অন্তৰবোৰ তীখাসম দৃঢ় হৈছে। সিহঁত একোটা জয়লগা ড্ৰেগনলৈ ৰূপান্তৰিত হৈছে। সিহঁতে মৃত্যু নিবিচাৰে। জীয়াই থাকিব

বিছাৰে। আৰু সেয়াও উন্মুক্ত আৰু স্বাধীন সত্তাৰে। কাৰো পুতৌৰ পাত্ৰ হৈ নহয়।

জীৱনৰ ব্যৰ্থতাক প্ৰত্যাহ্বান ৰূপে লৈ ৰূঢ় বাস্তৱৰ মতে পৰিকল্পনাবিহীন ভাৱে সংঘৰ্ষ'ত লিপ্ত হব খোজা বিপ্লৱী সকলৰ সন্দৰ্ভ'ত অহীন্দ্ৰই কয় 'এনেকৈ নহব বাছকব। জীৱনটোক ইমান চিৰিয়াচ ভাবে লৈ এওঁলোকে মানবীয় সুখ আৰু অনুভূতিৰ পুনৰু-থান কাহানিও কৰিব নোৱাৰে। আগতে নিজকে প্ৰস্তুত কৰি লৈ তাৰ পিছতহে বিশ্বমানবৰ হকে চিন্তাত প্ৰবৃত্ত হোৱা মঙ্গল। তদুপৰি নিজকে যাযাবৰ সজাই জানো কিবা লাভ আছে।" আৰু জানেনে আবহমান কালৰ পৰা প্ৰবাহিত আমাৰ সমাজৰ শোষণ নীপিড়নৰ বিষাক্ত সোঁতৰ অৱসান আমিও বিছাৰো। আমিও কামনা কৰো অবহেলিতৰ মুক্তি। সমতাৰ মুক্ত বিচৰণ। কিন্তু এওঁলোকে যি পথেৰে আগবাঢ়িব খুজিছে সেই পথেৰে গলে অবহেলিতৰ মুক্তি কোনো কালেই নহব। এওঁলোকে কৰা জেহাদ ঘোষণাই দুৰ্দশাগ্ৰস্ত মানুহক আশাৰ সঞ্জিৱনী দিব নোৱাৰে।'

'কিন্তু কিয়?'

'কিয় মানে, আপুনি নিশ্চয় জানে নিষ্টাৰ বাছকব আমাৰ সমাজৰ এক বৃহৎ অংশই অশিক্ষিত আৰু দৰিদ্ৰতাৰ সীমাৰেখাৰ তলৰ। তেওঁলোকৰ বাবে সমাজ সংস্কৃতি গৌণহে, পেটৰ ক্ষুধা নিবাৰণেই মুখ্য। পৰিস্থিতিয়ে তেওঁলোকক আত্মকেন্দ্ৰিক হবলৈ বাধ্য কৰিছে। তেন্তে তেওঁলোকৰ মাজত সামাজিক চেতনবোধ জগাই তুলিব কেনেকৈ? আৰু পেটৰ বাবেই তেওঁলোক পৰমুখাপেক্ষীও, আনৰ দয়াতে বাট চাই থাকে, নিজৰ মতামতক বিসৰ্জনো দিয়ে। আৰু সেয়েহে তেওঁ-লোক এখন পতাকাৰ তলত সংঘবদ্ধ হোৱাৰ প্ৰস্তুতি নাথাকে। এই সত্য পিতৃৰ পৰা অপত্যলৈ বংশানুক্ৰমে চলি আহিছে। গতিকে ইয়াৰ অৱসান লাগে। আৰু এই কাম সম্ভৱ হব সম্পূৰ্ণ বৈজ্ঞানিক পদ্ধতিৰে কৃষি কৰ্ম কৰি। আমি যদি সচাই অবহেলিতৰ মুক্তি বিছাৰো

তেন্তে জনগণৰ মাজলৈ গৈ শস্য উৎপাদনত মনোনিবেশ কৰিব লাগিব। শস্যৰ প্ৰাচুৰ্যতাই মানুহৰ মনত দিব আত্মবল, আত্মবলেই দিব আশা আৰু তেতিয়াহে তেওঁলোকৰ বাবে শিক্ষা সমাজ সংস্কৃতি তথা সভ্যতাৰ সমৰ্থে বোধগম্য হব।

'কিন্তু মাক্স'ৰ মতে দেখোন শ্ৰেণীসংগ্ৰামেই অৱহেলিত মানুহৰ সমস্ত দুখ দুৰ্গতিৰ কাৰণ।'

হব পাৰে। কিন্তু কাল'মাক্স' তেওঁৰ সৃষ্টইজিম (মাৰ্ক্সি'জিম) বোধহয় নিজেই ভালদৰে হৃদয়ঙ্গম কৰিব পৰা নাছিল। আৰু আজি 'দাচ কেঁপিটেল' পঢ়ি কেইজন বুদ্ধিজীৱীয়ে নিজকে সন্তুষ্ট কৰিবলৈ সক্ষম হৈছে সেয়া সন্দেহৰ বিষয়। কাৰ্লমাক্স'ৰ 'ইজিম' আজি এচাম মানুহৰ তেজ গৰম বক্তৃতাৰ সম্বল হোৱাৰ বাহিৰে এইবোৰৰ বাস্তৱ মূল্য সুদূৰ প্ৰসাৰী অদ্যাপি হব পৰা নাই আৰু ভৱিষ্যতেও যে পাৰিব তাত মোৰ সন্দেহ আছে।

অহীন্দ্ৰৰ কথা শুনি পিলানি নিৰবে থাকে। নামাতে। নামাতে মানে অহীন্দ্ৰৰ সতে বাকযুদ্ধত প্ৰবৃত্ত হৈ তাক সেও মনোৱাৰ অলীক কল্পনা পিলানিৰ নাই সি নিবিহাৱে উত্তপ্ত বাষ্পপিণ্ড যেন বাকপটুটাক জগাই তোলা। মাথো অহীন্দ্ৰগগৈ নামৰ লৰাজনৰ হৃদয়ৰ কাৰুণ্যতাখিনি বুজিবলৈ প্ৰয়াস কৰে।

অহীন্দ্ৰৰ সম্পূৰ্ণ নাম অহীন্দ্ৰ গগৈ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ দৰ্শন বিভাগৰ ছাত্ৰ। দেখকৈ, ক্ষীণ ছৌবিবশ বছৰীয়া এই ডেকাজনৰ মুখমণ্ডলত যৌৱন সুলভ কমনীয়তা নাই, আছে প্ৰচণ্ড ঘৃণা ক্ষোভ আৰু নোপোৱাৰ বেদনাৰ মূৰ্ত্তপ্ৰকাশ। নিজ ইচ্ছা তথা খেয়াল খুচি মতে কাম কৰি যোৱা বাবেই তাক হোষ্টেলৰ লৰাবোৰে বেলেগ ধৰণে চায়। 'ডেমকেয়াৰ' হৈ ঘূৰি ফুৰে বাবে বহুত ছাত্ৰই তাক বেয়াও পায়। এইচাম ছাত্ৰৰ চৰিত্ৰ অন্তঃ অহীন্দ্ৰই জানে। অন্তেকীয়া যৌৱনৰ অধিকাৰী হৈ বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলটো কেৱল উপভোগৰ সম্বল হিচাপে লোৱা ছাত্ৰছাত্ৰীবোৰক সি

অন্তৰেৰে সেইবোৰ ঘৃণা কৰে। সিহঁতৰ কাৰ্য্যত সি প্ৰকাশ্যে বৈপৰীত্য প্ৰদৰ্শন কৰে। হঠাৎ বিপ্লৱীবোৰৰ কথা তাৰ ভাল নালাগে। ইউনি-যনৰ নিৰ্ব্বাচনত জয়ী হোৱাৰ মানসেৰে ছাত্ৰসমাজত তেজ গৰম বক্তৃতাৰে সকলোৰে হৃদয় পৰশি, পিচত ইউনিয়নৰ 'পৰ্টফলিঅ' লৈ 'লাক্সাৰিয়াছ লাইফ' উপভোগ কৰাটো তাৰ মানসিকতাৰ সম্পূৰ্ণ পৰিপন্থী। বিশ্ববিদ্যালয়ত বহুতো ছাত্ৰ নেতা আছে যি তুষ্কৃতিৰ গৰাহৰ পৰা নিজৰ জাতিক উদ্ধাৰ কৰাৰ বাবে নিজকে ব্যগ্ৰ কৰি তোলাতো প্ৰদৰ্শন কৰে। ভাষা সংস্কৃতিৰ বিকাশৰ বাবে বক্তৃতাৰ ফুলজাৰি মৰা ছাত্ৰও অইন্দ্ৰই ইয়াতেই লগ পাইছে। সি লগপাইছে মাৰ্ক্স'লেনিনৰ ভক্ত, যাৰ শিক্ষা জীৱনৰ একমাত্ৰ উদ্দেশ্য হাইৰেঙ্কৰ চাকৰি লোৱা। আকৌ 'গান্ধীজিম সমৰ্থন কৰি হাতত চুৰি লৈ হিংসাত্মক কাৰ্য্যত প্ৰবৃত্ত হোৱা ছাত্ৰও সি দেখিছে। সবহাবাৰ বাবে কান্দি কাটি উদ্বা-উল হোৱা ছাত্ৰই বানপানীত ক্ষতিগ্ৰস্ত মানুহক ৰিলিফ দিবলৈ সংগ্ৰহ কৰা টকা আত্মসাৎ কৰা বস্তুৰ ঘটনা দেখি তাৰ চেকা চেকাই হাহি-বৰ মন যায়। আৰু দাৰিদ্ৰতাই চেপিখুন্দি আত্মসংযম হেৰুৱাই নিৰা-পত্তাৰ অভাৱত জীৱনটোক বিষ কৰিবলৈ শিকা বঞ্চিত যুৱকো অইন্দ্ৰই লগ পাইছে ইয়াতে। এইখন বিশ্ববিদ্যালয়তে বঞ্চনাৰ তীব্ৰ আক্ৰোশত যৌবনৰ স্বপ্নিল হেঁপাহ প্ৰতিশ্ৰুতিবোৰ থানবান কৈ লক্ষ্যবিহীন হোৱা উন্মাদ ছাত্ৰও সি ইয়াতে, এইখন বিশ্ববিদ্যালয়তে দেখিবলৈ পাইছে।

আকৌ অনিশ্চয়তাৰ মাজেৰে আগবাঢ়োঁতেই কোনো কোনো কণ্ঠত ধ্বনিত হয় প্ৰতিবাদৰ সৰ্ব্ব অমোঘ বাণী। সনাতন শোষণময় সম-য়ৰ অবসান বিচাৰি শাসক আৰু শোষিতৰ বিৰুদ্ধে বহুতো ছাত্ৰই কৰে জেহাদ ঘোষণা।

অৱশ্যে অইন্দ্ৰইয়ো তাকেই বিচাৰে। শোষণবাদী প্ৰতিক্ৰিয়াশীল শক্তিসমূহক কাৰাগাৰত থৈ নিৰ্বাক নিস্পন্দ বেদনাময় জীৱন আৰু সেই জীৱনৰ মৃত্যু যন্ত্ৰণাৰ অবসান ঘটাই সূৰ্য্যৰ দৰে সত্য নতুন

সভ্যতা আৰু এখন গতিময় অভিন্ন নতুন পৃথিবীৰ জন্ম অহীন্দ্ৰৰ অতীৰ কাম্য। এই ক্ষেত্ৰত সি বিশ্বাস কৰিছিল যে এই কাম নিজৰ জাতীয় জীৱনৰ মাজেৰে ৰূপায়িত কৰাটো সমীচিন হব। নিজৰ জাতীয়ত্ব আৰু ভাষা সংস্কৃতিক নেওচি বিশ্বমানৱৰ অভিমুখে অগ্ৰসৰ হোৱাটো অহীন্দ্ৰই কেতিয়াও নিবিছাৰে।

শতাব্দীজোৰা পঞ্জীভূত অৱসাদ আৰু বেদনাবোৰ অন্তৰ কৰি-বলৈ সাজু হওতে অহীন্দ্ৰই উপলব্ধি কৰিছিল কিনা এটি শক্তিশালী মাধ্যমৰ। সমস্ত দিশ চালি জাৰি চাই সি কলমকেই উৎকৃষ্ট মাধ্যম-ৰূপে গ্ৰহণ কৰি লিখিবলৈ লৈছিল। তাৰ কলমেৰে নিগৰিছিল ৰক্তক্ষৰা জীৱনৰ গান। সি বিচাৰিছিল তাৰ লিখনি হৈ পৰক মুমূৰ্ষু মানৱৰ আশাৰ সঞ্জিৱনী। স্খলিত মানৱীয়তাৰ অদম্য সাহস আৰু দুৰ্বল মানুহৰ দৃঢ় প্ৰত্যয়। তাৰ লিখনিয়ে বিশ্বৰ মুক্তিকামী জনতাক আগুৱান হবলৈ প্ৰেৰণা দিয়াটো সি মুক্তমনে বাঞ্চা কৰিছিল। সি লিখিছিল—

শতাব্দী জোৰা মূৰ্চনাৰ পিচতো শুনিছো
সেয়া মুমূৰ্ষু সত্তাৰ কৰুণ ক্ৰন্দন।
আদম ঈভৰ বুৰঞ্জী বহণ কৰা আমাৰ সত্তাবোৰ যে গাৰু!
উত্তৰ পুৰুষে হাঁহিব পাৰিবনে? সন্দেহেই হয়!
কাৰণ জীৱন বুলিলে এনাস্থেচীয়া প্ৰয়োগ কৰা
মাংসপিণ্ড যেন লাগে।
উদাত্ত কণ্ঠে কোৰাচ গাই আগবঢ়া কংকালৰ মিছিল
সোৱা খুপি খুপি গৈ আছে। সিহঁতে হেনো
উন্মুক্ত বায়ু থকা অট্টালিকাৰ বন্ধ দুৱাৰ খুলিব।
সিহঁতৰ খোজত দিৱাস্বপ্নত বিভোৰ প্ৰস্তৰ যুগৰ শিলে
সাৰ পাবনে?
পলে পলে ক্ষণে ক্ষণে সিহঁত মৰি মৰি জীয়াই আছে।
গতিহীন জীৱনবোৰ জীৱাশ্মত পৰিণত হৈছে।

কিন্তু এয়াই সময় দাসত্বৰ শিকলি চিগাৰ।
সেয়া কিহৰ শব্দ ? মুক্তিৰ গান, ক্ষোভ বেদনা
আৰু জীৱনৰ অনিশ্চয়তাৰ চিৎকাৰে ৰণভেৰী বজাইছে।
সেয়া তাৰেই শব্দ।
দৈন্য ক্লেশ আৰু লাঞ্চনাই কাবু কৰা
অনাগত স্বপ্নবোৰে হাঁহিবলৈ লৈছে।
উদিত ভাস্কৰৰ তেজৰঙা কিৰণ আৰু
সোণালী শইচ ভোৰা চিনাকি মাটিৰ গোন্ধই
ইস্পাটৰ পৃথিৱী সাৱটি থকা মানুহ জাকক
উন্মনা কৰি তুলিছে। সিহঁতে দৌৰিছে।
দৌৰি আছে অনাগত ভৱিষ্যতৰ পিনে।

দুখীয়া কৃষক শ্ৰমিক আৰু তথাকথিত প্ৰভুসকলৰ পদদলিত মানুহৰ আৰ্ত্ত হা-হুমুনিয়াহবোৰে অহীন্দ্ৰৰ কবিতাত ভিৰ পাতিছিল। তেজত সৃষ্টিৰ যন্ত্ৰণাৰে জীৱনৰ দাবী বিছৰা ব্যক্তিসত্তাই আত্ম প্ৰকাশ কৰিছিল।

এজন উঠি অহা তৰুণ কবি হিচাপে অহীন্দ্ৰৰ জনপ্ৰিয়তা সচাই প্ৰণিধান যোগ্য। অসমৰ ডেকা গাভৰুৰ বাবে তাৰ কবিতা মুঠেই দুৰ্ব্বোধ্য নহয়, বৰঞ্চ অধিক মনোগ্ৰাহী। অসমৰ সাম্প্ৰতিক পৰিবেশে তাৰ কবিতাক আৰু বেছি হৃদয় পৰশা কৰি তুলিছে। দেশৰ গণতন্ত্ৰ আৰু জাতিৰ জাতীয়ত্ব ৰক্ষাৰ বাবে হাঁহি হাঁহি জীৱন চৰ্গা কৰা শ্বহীদৰ আত্মাই তাৰ কবিতাত বঞ্চিত মানুহৰ আশা হৈ পুণৰ্জন্ম গ্ৰহণ কৰিছে। তাৰ কবিতাৰ ভাবাবোৰ বেছি তেজাল হৈ পৰিছে।

অহীন্দ্ৰৰ বন্ধু শঙ্কৰ ভাগৱতীয়েও কবিতা লিখে। কবি হিচাপে বিনু আৰুৱবাৰো নাম আছে কিন্তু হলেও সিহঁতৰ কবিতাই যেন শৈশৱ অতিক্ৰম কৰিব পৰা নাই। শঙ্কৰৰ কবিতাবোৰ আশাবাদী নহয়। বিনু আৰুৱবাৰ কবিতাবোৰ সাধাৰণ প্ৰেম আৰু ভালপোৱাৰ

মাজত গাবদ্ধ অংশ্যে শঙ্কৰ আৰু বিন্দুৰেও পুৰিবৰ্ত্তনৰ আৱশ্যকতা অনুভৱ কৰে।

সন্দেহ নাই শঙ্কৰ অতীন্দ্ৰৰ একান্ত আদৰ্শগামী। কিন্তু তথাপি শঙ্কৰে কেতিয়াবা অতীন্দ্ৰৰ ধ্যান ধাৰণাৰ প্ৰচণ্ড বিৰোধ কৰে। শঙ্কৰৰ ধাৰণা, সাহিত্য হল গণসত্তাৰ বিলাপ প্ৰকাশৰ এটি অনন্য মাধ্যম। বন্ধ কোঠাত থাকি সাহিত্য কৰি সেই সাহিত্যৰ দ্বাৰা মানুহক আগুৱাই নিব পাৰি। তাৰ মতে সাহিত্য এক প্ৰেৰণা। ইয়াৰ বাবে জনগণৰ মাজলৈ নগলেও কোনো ক্ষতি নহয়। এই প্ৰেৰণা দূৰত থাকিয়েই যোগান ধৰিব পাৰি। কিন্তু অতীন্দ্ৰই নামানে। সি কয় 'জন সাধাৰণৰ পৰা দূৰত থাকি ফুলিংগৰ দৰে বিপ্লৱবাদী সাহিত্য-ৰচি আপুনি কাহানিও সমাজ সংস্কাৰ কৰিব নোৱাৰে ভাগৰতী। প্ৰচলিত ধ্যান ধাৰণাৰ যদি অৱসান লাগে, কিবা যদি পৰিবৰ্ত্তন বিচাৰ তেন্তে জনগণৰ মাজলৈ যাওক, তেওঁলোকৰ হৃদস্পন্দন বুজি লওক, তেওঁলোকৰ মনৰ কথা কবলৈ শিকক। যেতিয়া আপোনাৰ চিত্তৰ তেওঁলোকৰ চিত্তৰৰ লগত এক হব, তেওঁলোকৰ ক্ৰন্দনৰ সুৰ আপোনাৰ সৈতে মিলি যাব তেওঁলোকৰ হাঁহিৰ আভাই আপোনাৰ মুখ উজ্জলাই তুলিব, তেতিয়াহে বিপ্লৱবাণী সাহিত্য ৰচাৰ সাৰ্থকতা পাবিব। নতুবা জনসমাজৰ পৰা দূৰত থাকি সমাজ বিপ্লৱৰ জয়গান গাই জনসমাজক আগুৱাই নিয়াৰ পৰিকল্পনা এক প্ৰহসনৰ বাহিৰে একো নহব। তেনে সাহিত্যই জনগণক সমাজ পৰিবৰ্তনৰ শুদ্ধ পথ দেখুৱাওঁতে বিপথে চালিত কৰাৰ আশঙ্কাই অধিক তাতকৈ সাহিত্য কৰিলেই নহয় সমাজ আৰু সাহিত্য সম্বন্ধে বাস্তৱ উপলব্ধিও থাকিব লাগিব বাস্তৱমুখী সাহিত্যইহে প্ৰকৃত সাহিত্য। সেই সাহিত্যইহে প্ৰচলিত শোষণ তথা অন্যায়ৰ বিৰুদ্ধে যুঁজাৰ শক্তি যোগান ধৰিব পাৰে। আৰু আমাৰ বিকলাঙ্গ সমাজ খনত আৱশ্যক তেনে সাহিত্যৰহে।

এই ক্ষেত্ৰত পিলানিও একমত। সি কয় 'কেন্টিনত কফিৰ কাপত চুমুক দি সমাজ পৰিবৰ্ত্তন বিচৰাটো এক প্ৰকাৰৰ বাতুলতাহে।

সাহিত্যৰ মাজেৰে উন্নতৰ সপোন দেখা সাহিত্যিক সকলে যদি বাস্তবৰ সন্মুখীন নোহোৱাকৈ আগবাঢ়ে তেন্তে তেনে সাহিত্যিকক ভণ্ড আখ্যা দিয়াই যুক্তিসঙ্গত। কাৰণ সাহিত্য পুৰাদমেই কল্পনা প্ৰসূত নহয়, ইয়াত বাস্তবতাৰ গোন্ধ থাকিবই লাগিব।

পিলানিয়ে সাহিত্য নকৰে যদিও এজন বিবেকবান পাঠক হিচাপে তাৰ নিশ্চয় যথেষ্ট দায়িত্ব আছে। সি যথেষ্ট কিতাপ পত্ৰ পঢ়ে। নিজে কিনি পঢ়িব নোৱাৰিলেও আনৰ পৰা ধাৰ কৰা বা লাইব্ৰেৰীত কিতাপ আলোচনী পঢ়িয়েই সি সাহিত্য সম্পৰ্কীয় জ্ঞান যথেষ্ট বঢ়াবলৈ সক্ষম হৈছে। সম সাময়িক প্ৰায় লেখকৰ লেখনীয়েই তাৰ নখদৰ্পণত। কোনো কিতাপ আলোচনী নাইবা বাতৰি কাকতত প্ৰকাশ নহয় যদিও সি প্ৰায়বোৰ লেখকৰ লেখনীৰ ওপৰত সমালোচনা আগবঢ়ায়। তাৰ সমালোচনা অইনে নুশুনিলেও অহীন্দ্ৰই মন দি শুনে। কাৰণ তাৰ সমালোচনাবোৰ যুক্তি সঙ্গত লগতে গঠন মূলক। কোনো লেখাৰ প্ৰতি কটাক্ষ দৃষ্টি ৰাখি সি সমালোচনা নকৰে। তাক সমালোচনা তেনে ধৰাই বাঞ্ছনীয়।

——

(চাৰি)

অহীন্দ্ৰহঁতৰ প্ৰিভিয়াছ পৰীক্ষাৰ পিচত সিহঁতৰ কবিতা সংকলন 'জালুকবাৰীৰ নিবিড় লগন' প্ৰকাশ হয়। ড. বিৰিঞ্চিকুমাৰ বৰুৱা পেক্ষাগৃহত এই উপলক্ষে এখনি অনুষ্ঠানৰো আয়োজন কৰা হয়। অমুষ্টুপীয়াকৈ পাতিলেও অনুষ্ঠানখন বেছ গাম্ভীৰ্যপূৰ্ণ হয়। কবিতা সংকলনখন উদ্বোধন কৰোঁতে ড. গোস্বামীকে ধৰি, ড. চলিহা, ড. ব্ৰহ্ম, ড. ডেকাবৰুৱা আদি কেইবাজনো অধ্যাপকে ছাত্ৰসকলৰ এই কাৰ্য্যৰ ভূয়সী প্ৰসংসা কৰে। উৰেখত সকলে কয় যে ছাত্ৰ ছাত্ৰী সকলে

চাহ মিঠাই খোৱা বা চিনেমা থিয়েটাৰ চোৱা পইচাখোৰৰ কিছুহলেও বাহি কৰি যি এটি মহৎ কাম সাধন কৰিলে তাৰ বাবে তেওঁলোক সমগ্ৰ অসমীয়া সমাজখনৰ শলাগৰ পাত্ৰ। ছাত্ৰসকলে যাতে তেওঁলোকৰ এই উদ্যম অটুট ৰাখে তাৰ বাবে তেখেত সকলে আশা প্ৰকাশ কৰে। এই অনুস্থানতেই কবিতা সংকলনখনৰ প্ৰথম কপিটো ড. গোস্বামীয়ে এটা শকত বৰঙণিৰে গ্ৰহণ কৰে। তাৰ পিছত আনবোৰেও তেওঁক অনুসৰণ কৰে। সেইদিনাই ভালেকেইখন পুথি বিক্ৰি হৈ যায়।

অনুস্থানৰ শেষত অহীন্দ্ৰ ব্ৰহ্ম চাৰৰ সতে পেক্ষাগৃহৰ বাহিৰলৈ ওলাই আহিছিল এনেতে নাতিদূৰত দেখে যে স্নাতা আৰু বিনুৱে তালৈকে চাই আছে। এটি মিঠা হাঁহিৰে স্নাতাই সগাৰি জনালে। অহীন্দ্ৰইও তাৰ প্ৰত্যুত্তৰ আগবঢ়ালে। ব্ৰহ্ম চাৰ যোৱাৰ পাছত অহীন্দ্ৰ সিহঁত দুজনীৰ কাষলৈ গল। তাৰ পিছত বেগৰ পৰা দুখন কিতাপ উলিয়াই দুয়োকে উপহাৰ দিলে। কিতাপ দুখন গ্ৰহণ কৰি ধন্যবাদ জনাই দুইজনীয়ে অহীন্দ্ৰৰ বদান্যতাৰ শলাগ ললে।

'আপোনালোকে চাগৈ বেয়াই পাইছে, এবাৰ মাতো লগাব পৰা নাই। দেখিছেই নহয় লৰা ধপৰাখন।' দোষী দোষী ভাৱেৰে অহীন্দ্ৰই কলে।

'নাই নাই' বেয়া পাম কিয়? আমাক মাত লগোৱাতকৈ অনুস্থানখন সুচাৰুৰূপে চলোৱাটোহে প্ৰধান কাম।' স্নাতাই কলে। এইবাৰ বিনুৱে মাত লগালে 'বৰ ভাল লাগিছে দেই মিষ্টাৰ গগৈ, সচাই কৈছো। অবাবত পইচা খৰচ নকৰি প্ৰত্যেক অসমীয়া ডেকা গাভৰুৱে যদি এনেধৰণৰ প্ৰচেষ্টা গ্ৰহণ কৰে তেন্তে অসমীয়া সাহিত্যৰ বিৰাট উপকাৰ হব বুলি নই ভাবো।' অহীন্দ্ৰই মুৰ দুপিয়াই বিনুৰ কথা সমৰ্থন কৰিলে।

অহীন্দ্ৰ আজিকালি স্নাতাহঁতৰ ওচৰত সহজ হৈ পৰিছে। অকণো লাজ সংকোচ নাই। সিহঁত আজিকালি প্ৰায়ে লগালগি হয় কেতিয়াবা লাইব্ৰেৰীত, কেতিয়া। বিশ্ববিদ্যালয়ৰ বাহত নাইবা গধূলি

ঘুৰোতে। প্ৰথমে স্নাতা অহীন্দ্ৰৰ ওচৰত সহজ হব পৰা নাছিল, কিবা অনামী লাজ সংকোচে তাইক আগুৰি ধৰিছিল। কিন্তু বিনুৱে সেই সংকোচ আতৰ কৰিলে। অৱশ্যে বিনু ছোৱালীজনী স্মাৰ্ট, লাজ, সংকোচ খুউব কম, সোণকালে মিলিব পাৰে। কিছুসময় কথা বতৰা হোৱাৰ পিছত সিহঁত এৰা এৰি হল। অহীন্দ্ৰ গলগৈ।

স্নাতা আৰু বিনুৱে চাহ একাপ খাও বুলি কেন্টিনত সোমাল। চাহৰ অৰ্ডাৰ দিলে। হাতত চাহৰ কাপলৈ দুয়ো চাহ খাই আছে কথাবতৰা তেনেকৈ হোৱা নাই। এনেতে প্ৰবাল বতাহ এচাটিৰ দৰে ভিতৰলৈ সোমাই আহিল। অনতি দূৰত খালী হৈ থকা চকী এখন চোচঁৰাই আনি সি কাষতে বহিল। চাৰ্টৰ বুটাম দুটা খুলি দুমাল বুকুখন প্ৰকটভাৱে প্ৰদৰ্শন কৰি প্ৰবালে স্নাতালৈ চাই সুধিলে 'কেনিবা গৈছিলা নেকি?'

'নাই এনেয়ে গুলাই আহিছো।' স্নাতাৰ সলনি বিনুৱে উত্তৰ দিলে।

'এই দুপৰীয়াখন?

'কিয় দুপৰীয়া ফুৰাত কিবা বাধা আছে?'

'নাই নাই। বাধা থাকিব কিয়?'

তাৰ পিছত প্ৰবালে স্নাতালৈ চাই পুনৰ কলে 'যোৱা কালি দেউতাৰাক লগ পাইছিলো স্নাতা, কিবা কামত আহিছিল।' স্নাতাই নামাতিলে। মাথো চাহৰ কাপত সোহা দি মৌন হৈ বল। স্নাতাৰ দেউতাক ভুবন বৰুৱা 'চৌধুৰী এন্টাৰপ্ৰাইজেচ' নামৰ ব্যৱসায়ী প্ৰতিষ্ঠান এটাৰ ধুবুৰী শাখাৰ 'ব্ৰাঞ্চ মেনেজাৰ'। চৌধুৰী এন্টাৰ প্ৰাইজেচ'ৰ মালিক হল প্ৰবালৰ পিতৃ অনন্ত চৌধুৰী। মালিকৰ পুত্ৰ বুলি প্ৰবালে অন্য কৰ্মচাৰীৰ ওপৰত যিদৰে কৰ্তৃত্ব চলায় সেই কৰ্তৃত্বৰ পৰা ভুবন বৰুৱাও সাৰি যাব পৰা নাই। আৰু ঠিক সেইদৰে ভুবন বৰুৱাৰ স্নাতা নামৰ এই জেদী আৰু স্পষ্টবাদী ছোৱালী জনীকো মালিকী স্বত্বে অবদমিত কৰি ৰাখিব খোজে। পিতৃৰ

চাকৰিৰ দায়বদ্ধতাৰ বাবেই হওক বা অন্য কাৰণতেই হওক স্নাতাই প্ৰবালৰ অতপালি দেখিও নেদেখে শুনিও নুশুনে। মাথো আওকাণ কৰি চলে। শাপগ্ৰস্থ অহল্যাৰ দৰে সকলো নীৰৱে সহি থাকে। কিন্তু কেতিয়াবা বিদ্ৰোহ কৰিবৰ মন যায় স্নাতাৰ। তাক নেলু চেপি হত্যা কৰিবৰ তীব্ৰ বাসনা তাইৰ মনত জাগি উঠে।

স্নাতা বহাৰ পৰা উঠিল। তাকে দেখি বিনু আৰু প্ৰবালো উঠিল। স্নাতাই কাউণ্টাৰৰ ওচৰলৈ গৈ পইচা দিও বুলি বেগ খুলিলত প্ৰবাল আগবাঢ়ি গৈ স্নাতাক বাধা দি কলে 'হব হব, মই দিম।'

'হুচ। কিয় দিব লাগে আপুনি? আমাৰ আছে নহয়।' স্নাতাই প্ৰতিবাদ কৰিলে প্ৰবালে এটি অৰ্থপূৰ্ণ হাহিমাৰি বেগটো নিজৰ হাতলৈ আনিলে আৰু তাৰ পিচত কাউণ্টাৰত পইচা দি বাহিৰ ওলাই বেগটো খুলি কলে 'চাওঁচোন বাৰু কিমান পইচা আছে।'

স্নাতাই মাত দিয়াৰ আগতে বিনুৱে কলে 'দাদা, স্নাতা আপোনা-লোকৰ দৰে কৌটিপতি নহয়, সেয়েহে বেগ খালী থকাত আচৰিত হবলগীয়া একো নাই।'

এনেতে প্ৰবালে স্নাতাৰ বেগৰ হাত বুলাই কিতাপ এখন পাই উলিয়াই আনিলে 'জালুকবাৰীৰ নিবিড় লগন, কিতাপখনৰ নামটো পঢ়ি কিতাপখন মেলি ললে। প্ৰথম পৃষ্ঠাত গোট গোট আখৰেৰে লিখা আছে —

প্ৰবালে নিশব্দে কিতাপখন বেগত ভৰাই বেগটো স্নাতাক দি দিলে। তাৰ পিছত চিগাৰেটৰ ধোৱা এসোঁপা নাকে মুখে উলিয়াই স্নাতাক সুধিলে 'এটা কথা শুনাছো স্না তুমি হেনো আজি কালি অহীন্দ্ৰৰ সতে খুউব ঘনিষ্ঠ হৈ পৰা?'

'কোনে কলে আপোনাক?' স্নাতাই প্ৰশ্ন কৰিলে।

'তোমাৰ মন্তব্য ঠিক নহল!' 'মই যি সুধিছো তাৰ উত্তৰ দিয়া।'

'হোৱাট ডু ইউ ৱাণ্ট টু মিন?' স্নাতাৰ খং উঠিছিল।

'শুনা স্না মই গম পাইছো আৰু স্বচক্ষে দেখিছোও, তুমি অহীন্দ্ৰৰ

সতে খুউব মিলামিচা কৰিবলৈ লৈছা। তুমি জানাই অহীন্দ্ৰ মোৰ ক্লাচমেট যদিও তাৰ সতে মোৰ ভাল ভাব নাই। সি এটা মস্ত ব'ৰ। আশাকৰো তুমি তাৰ সতে আৰু হলিগলি নকৰিবা।

প্ৰবালৰ কথা শুনি হাঁহি উঠি গল স্নাতাৰ। কাৰণ তাইৰ ব্যক্তি স্বাধীনতাৰ ওপৰত মাত মতাৰ অধিকাৰ প্ৰবালৰ আছে জানো? তাই দেখোন তাৰ ওচৰত কোনো ক্ষেত্ৰতেই দায়বদ্ধ নহয়। অৱশ্যে তাইৰ পিতৃ সিহঁতৰ একজন কৰ্মচাৰী, কিন্তু সেইবুলি তাইকো সিহঁতৰ কৰ্তৃত্বৰ অধীন কৰি তুলিবনে? সেই অধিকাৰ আছে জানো? স্নাতা স্নাতকোত্তৰ মহলাৰ ছাত্ৰী, উচ্চশিক্ষিত। ভাল বেয়া তাই জানে। ভূত ভবিষ্যতৰ কথাও তাই অনুধাৱন কৰিব পাৰে। চিন্তা কৰে। গতিকে এই ক্ষেত্ৰত তাই কাৰো উপদেশৰ আৱশ্যকতা অনুভৱ নকৰে। তাইৰ অবাঞ্চিত ব্যক্তিৰ সহায় তাইক নালাগে। আৰু অনুকম্পা??

হোষ্টেলত গৈ স্নাতা থিৰেৰে বব নোৱাৰিলে। কাপোৰ কানি নসলোৱাকৈয়ে বিছনাত বাগৰি পৰিল। তাৰ পিছত গাৰুটো বুকুত সাৱটি হুক হুকাই কান্দি উঠিল। কেতবোৰ মাৰে পাং কৰা চিন্তাই তাইৰ মনত ডোলা দিবলৈ ধৰিলে।

স্নাতাৰ পিতৃ ভুৱন বৰুৱা পূৰ্বতে এটা চৰকাৰী প্ৰতিষ্ঠানৰ প্ৰশাসনীয় বিষয়া আছিল। অসৎ উপায়ে চৰকাৰী ধন আত্ম সাৎ-কৰাৰ অভিযোগত তেওঁৰ চাকৰি যায়। চাকৰি হেৰুৱাই ভুৱন বৰুৱাই দিক বিদিক এন্ধাৰ দেখে। কাৰণ অসবৰ্ণ বিবাহ সম্পন্নীয় কেলেঙ্কাৰীৰ বাবে ত্যজ্য পুত্ৰ হোৱা দুজনীয়া পৰিয়ালটোৰ বাবে তেওঁৰ চাকৰি-টোৱেই আছিল একমাত্ৰ আশাৰ থল। উপায়ান্তৰ হৈ ভুৱন বৰুৱা প্ৰখ্যাত ব্যৱসায়ী অনন্ত চৌধুৰীৰ ওচৰলৈ গল। পূৰ্বতে কৰা কেত-বোৰ উপকাৰৰ কথা সুঁৱৰি অনন্ত চৌধুৰীয়ে তেওঁক বিমুখ নকৰিলে আৰু তেওঁৰ ধুবুৰী এণ্টাৰ প্ৰাইজেচ নামৰ কোম্পানীটোৰ নব্য প্ৰতিষ্টিত চৌধুৰী শাখাৰ শাখা পৰিচালক হিচাপে নিযুক্তি দিলে।

স্নাতা ভুৱন বৰুৱাৰ প্ৰথম সন্তান। হাইস্কুলৰ অষ্টমমান শ্ৰেণীত

থাকোতেই দেউতাকে চৰকাৰী চাকৰি হেৰুৱাই প্ৰাইভেট কোম্পানীত সোমোৱা কথা তাই জানে। তাই ইয়াকো জানে যে দেউতাকৰ এই অৱস্থাৰ বাবে দায়ী একমাত্ৰ তাইৰ মাক। চাৰিটা সন্তানৰ মাতৃ হৈও তাইৰ মাকে নিজকে সদায় গাভৰুৰূপে সজাই ৰাখিব বিচাৰে। নিত্য নতুন বস্ত্ৰৰ ফৰমাচ দিয়ে। লাহবিলাসৰ বাবে আকুণ্ঠে দেধাৰ টকা নষ্ট কৰে। মাত্ৰ পত্নীৰ সন্তুষ্টিৰ বাবে আদৰ্শবান পিতৃৰ আদৰ্শবান পুত্ৰই বিবেকৰ বিৰুদ্ধে গৈ দুৰ্নীতিত নামে। অসৎ উপায়ে টকা ঘটাত লাগে। আৰু এদিন এই পাপৰ পৰিণতি স্বৰূপে তেওঁ সন্মানীয় চৰকাৰী চাকৰি হেৰুৱাব লগাত পৰিল। কিন্তু তথাপি স্নাতাৰ মাকৰ কোনো পৰিবৰ্ত্তন নঘটিল। মনোৰাৰা নামৰ প্ৰায় ছল্লিশ বছৰীয়া নাৰীগৰাকী যেন অনন্ত কামনা বাসনাৰ আকৰ। পৃথিবীলৈ যেন জীৱনটো উপভোগ কৰিবলৈহে আহিছে, অন্য কৰণীয় কৰ্ত্তব্য যেন আৰু একোৱেই নাই। নিজৰ স্বামী জীয়াই থাকোতে পৰপুৰুষৰ সতে অবাধে হলিগলি কৰা মাকৰ প্ৰতি স্নাতাৰ মাতৃসুলভ মৰম আৰু শ্ৰদ্ধা নাই। কেতিয়াবাই শেষ হৈ গৈছে। মৰম আৰু শ্ৰদ্ধাৰ ঠাই অধিকাৰ কৰিছে ঘৃণাই। তাই মাকক ঘিণ কৰে প্ৰকাশ্যে মাকৰ কথাৰ প্ৰতিবাদ কৰে।

চৌধুৰী এণ্টাৰ প্ৰাইজেচ'ৰ সকলো ব্ৰাঞ্চতে মালিকৰ বাবে আচুতীয়াকৈ থকা খোৱাৰ ব্যৱস্থা থাকে যদিও প্ৰবাল চৌধুৰী ধুবুৰীলৈ গৈ স্নাতাহঁতৰ ঘৰত থকা খোৱা কৰাটো এটা নিয়মত পৰিণত হৈছে। আৰু কাম থাককেইবা নাথাককেই প্ৰবাল সঘনাই ধুবুৰীলৈ যায়। প্ৰবাল থকা কেইদিন ভুৱন বৰুৱাৰ ঘৰখনে ৰূপ সলায়।

তাৰ ইচ্ছা বা ৰুচি অভিৰুচি অনুসৰি ঘৰখনৰ কাম-কাজ চলে। স্নাতাৰ মাকৰ সেই কেইদিন গাত ছুচ নাথাকে। প্ৰবালৰ সতে ছাঁৰ দৰে ঘূৰি তাৰ সন্তুষ্টিৰ বাবে নিজকে বিলীন কৰি দিয়ে। স্নাতাই ভাবিছিল মাক একাধিক পৰপুৰুষগামী নষ্টচৰিত্ৰৰ হলেও নিজ সন্তানৰ ওপৰত তাৰ প্ৰতিফলন ঘটোৱাৰ প্ৰয়াস নকৰিব, কিন্তু তাইৰ অনুমান

মিছা প্ৰতিপন্ন কৰি মাকে তাইক প্ৰবালৰ সতে ফুৰিবলৈ যাবলৈ জোৰ দি ধৰে। মাকৰ নিৰ্মম প্ৰহাৰত অতিষ্ঠ হৈ অনিচ্ছা সত্বেও স্নাতাই প্ৰবালৰ সতে ফুৰিবলৈ, চিনেমা থিয়েটাৰ চাবলৈ বাধ্য হয়। আৰু তেতিয়া তাইক নিজকে ঘিণ লাগে, চাৰ্কাচৰ হুহুৰা যেন লাগে। অহমিকাত লগা অনাহুত আঘাতৰ বাবে তাই শৰবিদ্ধ বিহংগৰ দৰে করুণভাৱে ক্ৰন্দন কৰে। ভাগ্য তথা ভগৱানক পাৰে মানে শাও দিয়ে।

এইদৰেই চলি গৈছিল স্নাতাৰ কলেজ জীৱন। সুখ্যাতিৰে বি. এচ, চি পাছ কৰি তাই যিদিনা গুৱাহাটী বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ মহলাত এডমিচন লৈ হোষ্টেলৰ বিছনাত অলস গাটো এৰি দিছিল, সিদিনাই তাই যৌৱন কালছোৱাৰ ভিতৰত প্ৰথমবাৰৰ বাবে ভগৱান নামৰ অশৰিৰীটোক ধন্যবাদ জনাইছিল। স্নাতাই ভাবিছিল যে বিশ্ববিদ্যালয়ৰ হোষ্টেলত তাই বাধাহীন জীৱন যাপন কৰিব পাৰিব। ইয়াত কোনো শঙ্কা নাথাকিব। অনাহুত ভয় নাথাকিব কাৰো দয়া নাইবা অনুকম্পাৰ পাত্ৰীও হব নালাগিব। উন্মুক্ত স্বাধীন জীৱন। তাই স্বস্তিৰ নিশ্বাস পেলাই নিশ্চিন্তে শুই পৰিছিল।......

কিন্তু ই কি? চমকি উঠিছিল স্নাতা। ছোৱালী হোষ্টেলৰ আগেৰে চাইলেন্সাৰ খোলা মটৰ চাইকেল চলাই যোৱা প্ৰবালক দেখি স্নাতাৰ অন্তৰাত্মা আগন্তুক বিপদৰ আশঙ্কাত কপি উঠিছিল। বেদনা বিধুৰ কণ্ঠেৰে তাই ভগৱানৰ ওচৰত আস্ফালন কৰিছিল, 'এয়া কি কৰিলা প্ৰভু? মোক অকন শান্তি দিয়া! জীয়াই থাকিবলৈ দিয়া।'

স্নাতাই পিচত গম পাইছিল যে প্ৰবালো গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ। ইংৰাজী বিভাগৰ। কিন্তু প্ৰবাল দেখোন তাইতকৈ দুবছৰ চিনিয়ৰ আছিল। তাৰোপৰি সি পি, জি নপঢ়াটো খাটাং আছিল। কাৰণ পি, জি নপঢ়ো বুলিয়েই সি চৰকাৰী আইন কলেজত এডমিচন লৈছিল। তাৰ হেনো ল পঢ়াৰহে ইচ্ছা। তেন্তে প্ৰবাল বিশ্ববিদ্যালয় চৌহদত কিয়? এই কথা প্ৰবালে পিচত কৈছিল। এদিন আচম্বিতে

বিশ্ববিদ্যালয়ৰ জুলজী ডিপাৰ্টমেণ্টত সোমাই প্ৰবালে স্নাতাক আচৰিত কৰি দিছিল। সৌভাগ্যৰ খাতিৰতে স্নাতাই সেইদিনা প্ৰবালৰ সতে ভদ্ৰভাৱে কথা পাতিছিল, লগৰ ছোৱালী কেইজনীৰ সতে চিনাকি কৰি দিছিল। অনৰ্গলভাৱে কৈ যোৱা তাৰ বক্তব্যবোৰ বাধ্য ছাত্ৰৰ দৰে শুনি গৈছিল।

তাৰ পিছত আৰম্ভ হল এটা বিৰক্তিকৰ জীৱন। একেখন করুণ নাটৰেই পুনৰাভিনয়। নায়িকা স্নাতা। সময় অসময়ৰ বাচবিচাৰ নাই মাথো তাৰ সতে ঘুৰি ফুৰাৰ বাবে সদায় নতুন নতুন প্ৰস্তাবলৈ আহিছিল প্ৰবালে। আজি চিনেমা, কাইলৈ জু, পৰহি অডিটৰিয়ামৰ ফাংচন, চৌথাদিনা বশিষ্ঠাশ্ৰম দৰ্শন...তাৰ পিছত আৰু বহুত কিবাকিবি। এদিন প্ৰবালে প্ৰস্তাব দিছিল এখন অত্যাধুনিক হোটেলত গৈ এনিশা আনন্দ কৰাৰ বাবে। প্ৰবালৰ প্ৰস্তাৱ শুনি খঙত কপি উঠিছিল স্নাতা। চিঞৰি চিঞৰি তাই সিদিনা তাক কৈছিল 'উন্মুক্ত যৌন জীৱন যাপন কৰিবলৈ মই বিশ্ববিদ্যালয়লৈ অহা নাই প্ৰবাল দা। মোৰ আশা আছে, আকাংখা আছে। মই নাৰী। সমাজক মই ভয় কৰো। ফুলশয্যাৰ নিশালৈকে মই মোৰ কৌমাৰ্য্য সংৰক্ষিত কৰিব বিচাৰো। আৰু তানে সবাতোকৈ ডাঙৰ কথা হল মোৰ জীৱনৰ এটা মিশ্চন আছে, যাৰ বাবে মই উচ্চ শিক্ষা লাভ কৰিবলৈ বিশ্ববিদ্যালয়লৈ আহিছো। মোৰ বাবে এতিয়া শিক্ষা আহৰণেই প্ৰথম আৰু মুখ্য কাম।

'তাৰমানে তুমি যৌৱনৰ দাবী অস্বীকাৰ কৰা।'

'যৌৱন অকল আমাৰ জীৱনলৈ যে অহা নাই নহয়: প্ৰত্যেকজন যুৱক-যুৱতীৰ শৰীৰত যৌৱন আছে। মানুহৰ জীৱনলৈ যৌৱন আহেই। এয়া নিতান্তই স্বাভাৱিক। সেইবুলি যৌৱনৰ কামনা বা বাসনাবোৰ চৰিতাৰ্থ কৰিবলৈ গৈ নিজৰ ভৱিষ্যৎ জীৱনৰ ভেটী সোলোক ঢোলোক কৰাৰ পক্ষপাতী মই নহও। ইয়াৰ যুক্তি-যুক্ততাত মোৰ সন্দেহ আছে। অন্তেকীয়া যৌৱন বিকৃতভাৱে উপভোগ কৰি

'অমূল্য শিক্ষা জীৱনটো অনাহকত নষ্ট কৰাতকৈ চৰম মূৰ্খামি জীৱনত বোধহয় আইন একো নাই।'

'তুমি এইবোৰ কি বলকিছা স্নো। মই তোমাক ভাল পাও বাবেহে তোমাৰ সান্নিধ্য বিছাৰো।

'মোক ভাল পায়? ভালপোৱা শব্দটো খুউব শ্ৰুতিমধুৰ প্ৰবালদা। কিন্তু ইয়াৰ বাস্তৱ মূল্যই বা কিমান? মই জানো, মোৰদৰে বহুতো ছোৱালীক আপুনি ভাল পায়, কিন্তু গোটেইবোৰ ছোৱালীৰ জীৱনৰ দায়িত্ব আপুনি লবলৈ প্ৰস্তুত নে?'

স্নাতাৰ কথাত কোৰখোৱা সাপৰদৰে ধৰফৰাই উলটি গৈছিল প্ৰবাল। দাঁত মুখ কৰচি তীব্ৰ আস্ফালন কৰি সি কৈছিল—'দেখা যাব তোমাৰ স্পৰ্দ্ধা। এজনী সাধাৰণ ছোৱালীৰ ইমান আত্মগৌৰৱ। তোমাৰ দৰে হেজাৰজনী ছোৱালীক মই চকুৰ ইংগিতত পুতলা নাচৰ পুতলাৰ দৰে নচুৱাব পাৰো। হেজাৰজনী ছোৱালীক মোগল সম্ৰাটে হেৰেমত ৰক্ষিতা ৰখাৰ দৰে আজীৱন পুহি ৰাখিব পাৰো। আৰু তুমি সেইজন ল'ৰাক নাপাত্তা কৰিব খোজা! চাওচোন বাৰু তোমাৰ এই গৰ্ব কিমানদিন থাকে!'

সেই ঘটনাৰ প্ৰায় এমাহমান পিচতে স্নাতাই মাকৰ চিঠি পাইছিল। মাকে লিখিছিল—'প্ৰবালৰ কথা নুশুনিবলৈ তই সাহস পালি কৰপৰা? পি,জি, পঢ়িবলৈ গৈ ডাঙৰ মানুহ হলি নেকি?...? শুন প্ৰবালৰ প্ৰতিটো কথাই তই নিৰ্বিবাদে মানি চলিব লাগিব। সি যি কৰিব কয় তাকে কৰিব লাগিব। আৰু নহলে তোৰ পঢ়া শেষ।'

দেউতাকেও স্নাতালৈ লিখিছিল 'প্ৰবালহঁত আমাৰ অন্নদাতা, তাৰ দেউতাকে যদি মোক সেইখিনি কৃপা নকৰিলেহেঁতেন তেন্তে আহঁত কোনোবা গলিত আশ্ৰয় লবলগা হলহেঁতেন। ... ... ... । প্ৰবালহঁতৰ দয়াৰ ওপৰতেই তই বিশ্ববিদ্যালয়ত পঢ়িবলৈ সক্ষম হৈছ। ... ... প্ৰবালক তই অসন্তুষ্ট নকৰিবি মা। এয়া তোৰ শুভাকাংক্ষী পিতৃৰ আদেশ নহয়, অনুৰোধ। ... ... ... ...

দেউতাকৰ চিঠি পঢ়াৰ ধৈৰ্য্য আৰু মনোবল তাইৰ শেষ হৈ গৈছিল। ক্ৰীতদাসৰ দৰে মালিকৰ সন্তুষ্টিৰ বাবে কাম কৰি যোৱা তথা ঘৈণীয়েকৰ দৌৰাত্মত লেতু সেতু হৈ পৰা অক্ষম দেউতাকলৈ তাইৰ শ্ৰদ্ধা আৰু মৰমৰ সলনি পুতৌ আৰু ঘৃণাহে উপজিছিল। এটি শিশুৰ দৰে তাই উচুপি উচুপি কান্দিছিল। বিমুৰে সান্ত্বনা দিবলৈ গৈ কৈছিল আমি কব নোৱাৰাকৈয়ে প্ৰবাল চৌধুৰী হতৰ দৰে অক্টোপাছৰ বাহুবন্ধনত সোমাই পৰিছো স্নাতা। ভাষাৰ আবেগ, অনুভূতি, মৰম-স্নেহ মান-সন্মান, শিক্ষা, আৰু নৈতিকতাও অবলীলা ক্ৰমে সিহতৰ হাতৰ মুঠিত বন্দী হোৱাৰ উপক্ৰম ঘটিছে। আমি...... বিমুৰে সেইদিনা বহুত কথাই কৈছিল। তাৰে কিছুমান তাই বুজিছিল কিছুমান বুজা নাছিল। কিছুমান জানে, কিছুমান নাজানে। স্নাতাই জানে এবেখন সমাজৰ উত্তৰাধিকাৰী হলেও প্ৰবাল স্নাতা অহীন্দ্ৰ পিলানি আৰু শঙ্কৰহতৰ স্থিতি একে নহয়। প্ৰবালহতৰ সমাজখন এখন ভিন্নমুখী আলট্ৰামডাৰ্ণ 'সমাজ' যিখন সমাজে পাশ্চাত্যক আদ-ৰিবলৈ গৈ প্ৰাচ্যক ঘিণ কৰি অবশেষত কোনোটোতেই খাপখাব নোৱাৰি ত্ৰিশঙ্কুহৈ পৰিছে। আভিজাত্যৰ বোলসনা নতুন কালচাৰ প্ৰেমী এই সমাজখন খুবেই ব্যক্তি কেন্দ্ৰীক। ইয়াত ব্যক্তিৰ মূল্য নিৰূপন হয় অৰ্থ যশ আৰু ক্ষমতাৰে। পদমৰ্য্যদাই বৈশিষ্ঠতাৰ দেৰ দিয়ে। দয়া মৰম তথা মানবীয়তা এইখন সমাজৰ বাবে শ্ৰুতিমধুৰ অভিধানিক শব্দ। নৈতিকতাৰ অপমৃত্যু ঘটোৱা এইখন সমাজত বাপেকে পুতেকৰ আগত পুতেকৰ বান্ধবীক সাবটি ধৰি 'বোল ডান্স' নাচে, 'ককটেইল' খায়। গাভৰু জীয়েকে অফিচৰ বৰ মুৰীয়াক সন্তুষ্ট ৰাখিবলৈ নগ্নতাৰ পোছাৰ মেলে নৈশ ক্লাবত পতিৰ আগত পত্নীয়ে কোনোবা মেলহোত্ৰা, ত্ৰিবেদী নাইবা চতুৰ্ব্বেদীৰ বাহুবন্ধনত আবদ্ধ হৈ জীৱন উপভোগ কৰাটো ৰুচিসম্মত ভদ্ৰতা। কোনো অশালীন নহয়। এইখন সমাজেই দিনত নাৰী বধ পাতে আৰু ৰাতি অসহায় অবলাৰ ওপৰত পাশবিক

অত্যাচাৰ চলায়। শিশুবৰ্ষ পাতি হাজাৰ হাজাৰ টকা খৰচ কৰে কিন্তু নিজৰ ঘৰত কামকৰা লৰা ছোৱালীক পেটভৰাই খাবলৈ নিদিয়ে। এইসকললোকেই কালখাৰেল খ' পাতি বানবিধ্বস্ত পৰিয়াল বৰ্গলৈ এশ এটবাৰ সাহাৰ্য্য আগবঢ়ায়। বিহু উৎসৱত পপচংগায, আৰ. ডি. বৰ্মনৰ গীতৰ লহৰ মেগুলিনত তোলে, নাজিয়া হাচানৰ ডিস্কোগীত গাই উল্লাস কৰে। এইখন সমাজেই মাতৃ ভাষা অসমীয়াৰ বাবে ঘৰীয়ালৰ চকুপানীটোকে আৰু পৰিয়ালৰ মৃত বা জীবিত ব্যক্তিৰ নামত ইংৰাজী মাধ্যমৰ স্কুল স্থাপন কৰি লাখ লাখ টকা খৰচ কৰিবলৈকো কুণ্ঠাবোধ নকৰে। সভ্যতাৰ নামত নিজৰ জাতীয়তা, সাহিত্য, সংস্কৃতিক কৰৰ দি পাশ্চাত্যক আকোৱালি লৈ আভিজাত্যৰ মুখাপিন্ধা এইখন সমাজ আচলতে বহুৰূপী হৈ গৈছে। আৰু ইহঁতৰ বহুৰূপী দেখি আন্য চামে যন্ত্ৰণাত তীব্ৰ আস্ফালন কৰি চটফটাই মৰিছে।

প্ৰবালে এই আলট্ৰামডাৰ্ণ সমাজৰ অপত্য। সিও ব্যক্তি কেন্দ্ৰীক। ব্যক্তিৰ মূল্য নিৰূপণ কৰে অৰ্থ যশ আৰু ক্ষমতাৰে। জীৱনটো মাথো উপভোগৰ সামগ্ৰী বুলিহে সি গণ্য কৰে। সোণৰ চামুচ মুখত লৈ জন্মা কাৰণেই হবলা দাৰিদ্ৰতাক সি হৃদয়ঙ্গম কৰিব নোৱাৰে। মানুহৰ দুখ দৈন্যই তাৰ চকুলো বোৱাব নোৱাৰে। আকৌ প্ৰবালৰ বাবে জাতীয় চিন্তা বুলি কোনো কাম নাই। জাতীয়ত্ব ৰক্ষাৰ বাবে কৰা অসম আন্দোলন তাৰ মতে উগ্ৰজাতীয়তা বাদীৰ সন্ত্ৰাসবাদী কাৰ্য্য। অসমত বিদেশী থাকিলেও তাৰ ক্ষতি নাই, নাথাকিলেও ক্ষতি নাই। অসমৰ ভাষা সাহিত্য মৰিলেও সি নমৰে। প্ৰবালে ভাৱে হা-চাকৰি হা-চাকৰি বুলি হামৰাও বাঢ়িমৰা কেতবোৰ হতাশাগ্ৰস্ত যুৱক-যুৱতীয়ে তেওঁলোকৰ হতাশাবোৰ প্ৰকাশ কৰাৰ চেষ্টাই অসমৰ বিদেশী বহিস্কাৰ আন্দোলন। প্ৰবালে আন্দোলনৰ কাৰ্য্যসূচীত ভাগ লয় কেৱল নিজকে ছাত্ৰ সমাজত প্ৰতিষ্ঠিত কৰিবলৈ। তাৰ ধান্দাৰ ছোৱালীবোৰ যায় কাৰণে সিও পিকেটিং

সত্যাগ্ৰহ আদিলৈ যায়।

আৰু এটা কথা, প্ৰবালে নিবিছাৰে অহীন্দ্ৰ পিলানি শঙ্কৰ স্নাতা দেৱ তথা মধুস্মিতাহঁতৰ দৰে হা-হুমুনিয়াহ কাঢ়ি থকা বিকলাঙ্গ (?) মানুহৰ সমাজখন সিহঁতৰ মতে একীভূত হোৱাটো। নিবিছাৰে সি সাহিত্যিক অহীন্দ্ৰই কোৱাৰ দৰে নোপোৱাৰ বেদনাৰ বিলুপ্তি ঘটাটো। প্ৰবালে কামনা কৰে স্নাতাহঁত তেনেদৰেই থাকক। অভাৱ নামৰ আবৰ্জনাৰ খালত পৰি ত্ৰাহি মধুসূদন সুৱৰি তাইহঁতে প্ৰবালহঁতৰ ওচৰত নিজকে সমৰ্পন কৰক। সি িছাৰে স্নাতাহঁত পুতলা নাচৰ পুতলা হৈ অনন্তকাল সিহঁতৰ ভোগ আনন্দৰ সামগ্ৰী হৈ নাচি যাওক।

কিন্তু এয়া জানো তাইৰ কৰণীয় কৰ্ত্তব্য। তাইৰতো এটা স্বাধীন মন আছে। সত্তা আছে। বিবেক আছে। বিচাৰ বিবেচনা কৰাৰ সামৰ্থ আছে। পিতৃ-মাতৃ হ'ল বুলিয়েই নিজ সন্তানৰ অহমিকাত আঘাত লগাকৈ কাম কৰা উচিত জানো। সন্তানৰ ওপৰত অবাধ কৰ্তৃত্ব চলোৱাটো নিতান্তই গৰ্হিত কাম কাৰণ জন্মদাতা বুলিয়েই পিতৃ-মাতৃয়ে সন্তানৰ ওপৰত আধিপত্য বিস্তাৰ কৰিব নোৱাৰে। সন্তান জন্ম দি পিতৃ–মাতৃ ইমান মহান হল কেনেকৈ? সন্তান উৎপাদন জানো দৈহিক কাম? মুঠেই নহয়। এগাল নৰ-নাৰীৰ যৌন সঙ্গমৰ পৰিণতিয়েই সন্তান জন্মৰ মূল কাৰণ। তেন্তে তাত পিতৃ-মাতৃৰ কৃতিত্ব থাকিল কত? সন্তানৰ ওপৰত সেই পিতৃ-মাতৃৰহে পূৰ্ণ অধিকাৰ থাকে যিয়ে সন্তানক মানুহ হিচাপে গঢ়ি তোলে। তেন্তে তাই অসমৰ্থ পিতৃ-মাতৃৰ সন্তুষ্টিৰ বাবে নিজকে তিলতিলকৈ শেষ কৰাৰ জানো কিবা যুক্তি আছে? ওহো! কোনো যুক্তি নাই। তাই নিজৰ সন্তুষ্টিৰ বাবেহে কাম কৰিব। নিজক অসন্তুষ্ট কৰি কোনো কামেই তাই নকৰে। তাই নিজকে ধ্বংস কৰিব নোৱাৰে, বৰং সৃষ্টি কৰিব পাৰে। তাইৰ সৃজনী শক্তি আছে। তাইৰ শৰীৰত লুকাই আছে সৃষ্টিৰ বিৰাট সম্ভাৱনা। মাথো কোনোবা পুৰুষে তাইৰ সৃষ্টিৰ চেতনা জগাই তুলিব লাগিব। কিন্তু কোন তেওঁ?

কোনে তাইৰ সৃষ্টিৰ সম্ভাৱনা বোৰ উদঘাটন কৰিব পাৰিব ? কোনে জগাব পাৰিব তাইৰ মহীয়সী ৰূপ ? কোনে ?? প্ৰবালে ? ওহো ! অসম্ভৱ ! সি এটা ভীৰু, নিবৰ্য্য কাপুৰুষ । তাইৰ শুভকাৰ্য্যত তাৰ-দৰে বীৰ্য্যহীনতাই স্থান নাপায় । হবপাৰে সি অৰ্থনৈতিকভাবে স্বচ্ছল । থাকিব পাৰে সমাজত তাৰ প্ৰবল প্ৰতিপত্তি । হব পাৰে সি সুদৰ্শন সুশ্ৰী । কিন্তু সি এটা পশু । তাৰ হৃদয়ত আবেগ অনুভূতি তথা সঁচা মৰম মুঠেই নাই । মানবীয় অনুকম্পা ৰহিত তাৰ সত্তা । তেনেহলে কোন তেওঁ ? অহীন্দ্ৰ ? এৰা অহীন্দ্ৰ । সেই ব্যক্তিজন অহীন্দ্ৰই হব লাগিব । অহীন্দ্ৰই তাইক নৱ আলো-কৰ সন্ধান দিব পাৰিব । জগাই তুলিব পাৰিব সুপ্ত চেতনা । বেদীৰ ওচৰত আঠুকাঢ়ি ভক্তই ভগৱানক প্ৰাৰ্থনা কৰাৰ দৰে দাস্য ভক্তিত উদ্ভাউল স্নাতাইও তাইৰ মনৰ পৰ্দাত প্ৰতিভাত অহীন্দ্ৰৰ শান্ত সৌম্য মূৰ্ত্তিলৈ চাই কাতৰে প্ৰাৰ্থনা কৰিলে 'অহীন্দ্ৰ তুমি মোক আশাহত নকৰিবা । তোমাৰ কাষত থিয় হোৱাৰ অধিকাৰ দিয়া মোৰ জীৱনত তোমাৰ আৱশ্যকতা আছে । মোৰ হৃদয়ে তোমাকেই বিছাৰে । তোমাৰ অবিহনে মোৰ এই জীৱন যাত্ৰা হব অৰণ্যৰোদন ।'

ৰাতি তেতিয়া ভাগৰেখিনি হৈছিল । স্নাতা বিছনাৰ পৰা উঠি খিৰিকিৰ কাষলৈ গল । খিৰিকিখন খুলি বাহিৰলৈ চালে । জালুক-বাৰী শুই পৰিছে । কান্দি কান্দি ভাগৰি পৰা সৰু ছোৱালী এজনী শোৱাৰ দৰে জালুকবাৰীয়েও নিবিষ্টমনে টোপনিত মগ্ন । তাই এতিয়া আমনি নিবিছাৰে । কি যে গভীৰ প্ৰশান্তি ।

স্নাতাৰ গতিবিধি নীৰৱে পৰ্য্যবেক্ষণ কৰি বিনিদ্ৰভাবে কটাই দিয়া বিনুও স্নাতাৰ কাষলৈ উঠি আহিল । আধামেলা পৰ্দাখন ভালকৈ মেলি দিলে । স্নাতাৰ কান্ধত হাত থৈ বিনুৱে উদাস ভঙ্গীৰে কলে 'ৰাতিটো ইমান দীঘল !'

'ওহো চুটী হৈ আহিছে ।' স্নাতাই উত্তৰ দিলে । 'পোহৰ হবলৈ বেছিপৰ নাই । অলপ পিচতে উদিত সূৰ্য্যই ৰাতিৰ অন্ধকাৰ নাশ কৰিব ।'

## -পাঁচ-

'মই নোৱাৰিম ভাগৱতী বাবু, মোৰ চাকৰি যাব।' হোষ্টেলৰ বৰঠাকুৰ সঁত্যই কলে 'চাওক, আপুনি তিনিমাহধৰি মেচ দিউজ দিয়া নাই। সেয়েহে মেনেজাৰ বাবুৱে কৈছে আপোনাৰ চাহ ভাত বন্ধ। এই কথা মই আপোনাক কৈয়েই আছো। ৰাতি সকলোৰে শেষত আহি আপুনি ভাত খাই আছে, কিন্তু মোৰা কালি মেচ মেনেজাৰে মোক হুমকিয়াই গৈছে যোলে আজি যদি শঙ্কৰে ভাত খাবলৈ আহে তেন্তে মোক জনাব।' গতিকে ভাগৱতী বাবু আপুনি কি ভাল দেখে কৰক। মোৰ উপায় নাই।'

'মই চেষ্টা নকৰা নহয় বৰঠাকুৰ, কৰিছো। কিন্তু পৰা নাই। ঘৰত বিপদ, সেয়েহে টকা পঠোৱা নাই। আৰু হোষ্টেল এৰি এতিয়া আন ঠাইলৈ হঠাতে যাও কেনেকৈ? মোৰ হাতত এটা টকাও নাই। আজি ৰাতি পুৱাব পৰা মই একো খোৱা নাই বৰঠাকুৰ। মোক ভাত খাবলৈ দিয়ক। মোৰ বৰ ভোক লাগিছে।

স্নাতকোত্তৰ মহলাৰ ছাত্ৰ শঙ্কৰ ভাগৱতীৰ অনুনয় বিনয় শুনি হোষ্টেলত সুদীৰ্ঘ কাল ৰান্ধনী হিচাপে থাকি বিভিন্ন প্ৰান্তৰ বিভিন্ন সম্প্ৰদায়ৰ আৰু বিভিন্ন মানসিকতাৰ লৰা দেখা পোৱা সত্যশৰ্মা নামৰ প্ৰায় পঞ্চাশ বছৰীয়া ব্যক্তিজনৰ অন্তৰে হাহাকাৰ কৰি উঠিল। এজন প্ৰতিভা সম্পন্ন যুৱকৰ দুখ তাৰ অন্তৰে সহ্য কৰিব নোৱাৰিলে। সত্য শৰ্মাই জানে শঙ্কৰ গোল দাৰিদ্ৰ ধৰণ লৰা। তাৰ পৰিয়ালে তাক বিশ্ববিদ্যালয়ত পঢ়াব নোৱাৰে। সে নায়কৰ যত্নত সি ইমান-খিনিলৈ উধাবলৈ সক্ষম হৈছে। কিন্তু সম্প্ৰতি মোমায়েকৰো লাও-লোৱা অৱস্থা, সেয়েহে শঙ্কৰ এই পৰিস্থিতত পৰিছে। দেৱৰ সহা-য়ত সি পৰীক্ষাৰ 'ফৰ্ম ফিলআপ' কৰিছে। কিন্তু তিনিমাহৰ মেচদিউজ দিবই পৰা নাই। আগৰ মাহৰ মেচদিউজো অহীন্দ্ৰইহে দিছে। মেচদিউজ দিব নোৱাৰিলে হোষ্টেলত থাকিব কেনেকৈ?

এই ক্ষেত্ৰত বৰঠাকুৰ সত্যৰ কৰণীয় কৰ্ত্তব্য হয়তো আছে। কিন্তু

তেওঁ একো কৰিব নোৱাৰে, কাৰণ তেওঁৰ চাকৰিৰ দায়বদ্ধতা আছে। আনৰ দুখৰ সমভাগী হৈ অনুকম্পা প্ৰদৰ্শন কৰা তথা সহায়ৰ হাত আগবঢ়োৱাটো মহানুভৱতাৰ পৰিচায়ক যদিও তাৰ দ্বাৰা সত্য শৰ্মাৰ হানি হোৱাৰ আশঙ্কাই অধিক। পৰিণতিত হয়তো তেওঁৰ চতুৰ্থ শ্ৰেণীৰ চাকৰিটোৱেই শেষ হৈ যাব পাৰে। আৰু চাকৰি শেষ হ'লে সুদূৰ গাওঁত মাহেকৰ মূৰে মূৰে পঠিওৱা টকা কেইটালৈ পৰম আগ্ৰহেৰে বাট চাই থকা এটি পয়ালগা পৰিয়াল তিলতিল মৃত্যু মুখলৈ আগবাঢ়িব। ৰুগ্নাপত্নী, অপুষ্টিকতাৰ ৰোগত ভোগা সন্তানকেইটা আৰু বাতবিষত জৰ্জৰিত আশীবছৰীয়া বৃদ্ধা মাতৃলৈ মনত পৰাৰ লগে লগে বৰঠাকুৰ সত্যৰ মুখখন কঠিন হৈ উঠিল। নাই নাই। তেওঁ শঙ্কৰৰ দুখত দুখী হব নোৱাৰে। কাৰণ তেওঁৰ ওপৰতেই নিৰ্ভৰ কৰিছে শঙ্কৰৰদৰে কেইটামান অসহায় জীৱৰ জীৱনৰ নিৰাপত্তা। তেওঁ কলে, 'ভাগৱতী বাবু আপুনি বেয়া পালেও উপায় নাই, মই আপোনাক ভাত দিব নোৱাৰো। আপুনি ডাইনিং হলৰ পৰা গুলাই যাওক।' সত্য শৰ্মা আৰু তাত নৰল, চিধাই বন্ধন শালালৈ সোমাই গল।

জুয়ে পোৰা মানুহৰ দৰে তাল আফাল কৰি শঙ্কৰ ডাইনিং হলৰ পৰা ওলাই আহিল। গুলাই নাহি উপায়ো নাই। আৰু এইটো একো অস্বাভাৱিক ঘটনা নহয়। এনে ঘটনা হয়তো আগতে ঘটা নাছিল, এতিয়া ঘটিবলৈ লৈছে। পৰিস্থিতিয়ে বাধ্য কৰাইছে শঙ্কৰৰ দৰে বিবেক বান ছাত্ৰ এজনক এনে মৰ্মন্তুদ কাহিনীৰ নায়ক সজাবলৈ।

শঙ্কৰ কমলৈ আহি ঢেৰ মেৰকৈ বিছনাত পৰিল। কেতবোৰ অসলগ্ন প্ৰশ্নই তাক জুমুৰি দি ধৰিলে। ইফালে ভোক নামৰ চিৰন্তন সত্য বাসনাটোৱে তাক প্ৰায় লেবেজান কৰি তুলিছিল। এটা সময়ত শঙ্কৰ বিচনাৰ পৰা ধৰ্মৰহৰকৈ উঠি বহিল আৰু দৰ্জাখুলি বাহিৰলৈ গল।

অহীন্দ্ৰ শুই পৰিছিল। দৰ্জাত বন্ধুকেইবাৰ 'নক' কৰাৰ পিচত সাৰ পাই সি দৰ্জা খুলি দিলে। দৰ্জা খুলি শঙ্কৰক দেখি সি আচ-

বিত হল। 'কি হল ভাগৱতী ? ইমান ৰাতি ? কিবা বিপদ হৈছে নেকি ?'

এৰা ৰাতি ভালেখিনি হল। বহুত গভীৰ ৰাতি। আৰু মোৰ জীৱনতো ঠিক এনে গভীৰ ৰাতিৰ আগমন হৈছে।'

'কি কব খুজিছে ? মই এতো বুজা নাই।'

'বলকচোন চাদলৈ যাও।

বলক।'

দুই বন্ধু বিল্ডিঙৰ ওপৰৰ চাদলৈ গল আৰু চাদৰ কাষৰ ৱালত আওজি থিয় হল।' কিবা কব ?' অতীন্দ্ৰই সুধিলে।

- কম বুলিয়েই আপোনাক এই ৰাতিও আমানি দিছো।' এই বুলি কৈ শঙ্কৰে এটি হুমুনিয়াহ কাঢ়িলে আৰু তাৰ জীৱনৰ লজ্জাজনক করুণ পৰিস্থিতিৰ হৃদয় বিদাৰক কাহিনী অকপট ভাবে ব্যক্ত কৰিলে। গভীৰ মনোযোগেৰে শঙ্কৰৰ কথা শুনাৰ পিছত অতীন্দ্ৰই কলে—'এই বিষয়ে অলপতে মোৰ আৰু বীৰেন কলিতাৰ মাজত তৰ্ক হৈছিল। মই কৈছিলো যে তেওঁতৰ অলপ দিগদাৰি হৈছে গতিকে অন্তত এমাহৰ মেচ দিউজ আমি ৰেহাই দিও। আৰু কত ভাত তৰকাৰী ঠাকুৰে এনেয়ে পেলাই দিয়ে তাত কিন্তু কাৰো চকু কাণ নাই, কোনেও এবাৰ নামাতে। কিন্তু আপোনাৰ কথা ওলোৱাত আটাইবোৰ জিকাৰ খাই উঠিল। লাগিলে ঠাকুৰে পেলায়ে দিযক তথাপি বিনা মেচ দিউজে সিহঁতে হেনো কাকো এসাজো খাব নিদিয়ে। এয়েই আমাৰ প্ৰগতি কামী যুৱ মানসিকতা !'

অতীন্দ্ৰই ক্ষন্তেক বৈ কিবা চিন্তা কৰিলে তাৰ পিছত হাতৰ ঘড়ীলৈ চাই কলে—'বোলবচোন এঠাইলৈ যাও।'

'কলৈ ?' শঙ্কৰৰ মনত কৌতুহল।'

'পিলানিহঁতৰ ঘৰলৈ।'

'কিন্তু কিয় ?'

'সিহঁতৰ ঘৰতেই আপোনাৰ বাবে ভাতৰ ব্যৱস্থা কৰিব লাগিব। সাত মাইলৰ দোকান পোহাবো এতিয়া বন্ধ, নহলে ভাত খাব কত ?'

অহীন্দ্ৰৰ কথা শেষ নোহওঁতেই ভুতৰ ভয়ত চিঞৰা মানুহৰ দৰেই চিঞৰি উঠিল শঙ্কৰ ভাগৱতী। 'কি ? আপুনি এইবোৰ কি কৈছে গগৈ ? আপুনি নিশ্চয় জানে যে মই এজন উচ্চ বৰ্ণজাত নৈষ্ঠিক ব্ৰাহ্মণ সন্তান। ব্ৰাহ্মণত্ব ৰক্ষা মোৰ প্ৰধান কৰ্ত্তব্য। হব পাৰে পিলানি আমাৰ অন্তৰঙ্গ বন্ধু কিন্তু সিহঁত অস্পৃশ্য। অস্পৃশ্য জাতিৰ হাতৰ খাদ্য খালে মই ৰৌ-ৰৌ নৰকত পচিম। মোক সমাজে ঠাই নিদিব। পূৰ্ব পুৰুষে অভিশাপ দিব। এয়া মহাপাপ। মই স্বধৰ্ম ত্যাগ কৰিব নোৱাৰো গগৈ। কেতিয়াও নকৰো।'

পাগলৰ দৰে অট্টহাস্য কৰি উঠিল অহীন্দ্ৰই। বিতৃষ্ণাৰে স্বগতোক্তি কৰিলে 'স্বধৰ্ম ত্যাগ মহাপাপ।' তাৰ পিছত শঙ্কৰলৈ চাই কলে 'পাপ পুণ্য কি জানেনে ভাগৱতী, কেতবোৰ সুবিধাবাদী মানুহৰ দ্বাৰা সৃষ্ট ধ্বংসকামী শব্দপুঞ্জ। যাৰ কোনো বাস্তৱ মূল্য নাই।

'হলেও সনাতন কৰ্ম পন্থা তথা সামাজিক নীতি নিয়মৰ বিৰুদ্ধাচৰণ কৰি মই সমাজচ্যুত হব নোৱাৰো।'

'সেয়া তেনেই অমূলক ধাৰণা ভাগৱতী। আপোনালোকে শিক্ষালাভ কৰাৰ সাৰ্থকতা দেখিছো মুঠেই হোৱা নাই। অন্ধ সংস্কাৰেৰে পূৰ্ণ এলান্ধুকলীয়া নীতি নিয়ম বোৰক ঘোলাকণী উম দিয়াৰ দৰে উম দি আছে। আৰু তাৰ দ্বাৰা প্ৰগতিশীল ধ্যান ধাৰণাৰ অপমৃত্যু ঘটোৱাত সহায় কৰিছে। আপুনি মানি নললেও এইটো নিৰ্ঘাট সত্য যে আপোনালোকৰ দৰে উচ্চ শিক্ষিত অথচ ঠেক মনোভাৱৰ মানুহ কিছুমানৰ মাজত থকা বৰ্ণ বৈষম্যই আমাৰ অনগ্ৰসৰতাৰ মূল কাৰণ। অতীতৰে পৰা জাত বৰ্ণৰ বিচাৰে আমাক জৰ্জৰ কৰি আহিছে। এইবোৰে আমাৰ সামাজিক গঠনো দুৰ্বল কৰি পেলাইছে। বৰ্ণ বৈষম্য ভাৰতীয় সমাজৰ মহা কলঙ্ক। আজি কুৰি শতিকাৰ অপৰাহ্নতো জাতবিচাৰৰ প্ৰসঙ্গই যদি সমস্যাৰ সৃষ্টি কৰে তেন্তে সুস্থ সমাজ তথা চিৰ সেউজ সভ্যতাৰ সপোন দেখাতো অবাস্তৱ। সেয়া আমাৰ বাবে হব চৰম বাতুলতা।'

'গৈগৈ, তাৰ মানে আপুনি আমাৰ প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধাচৰণ কৰে ?'

'হব পাৰে। অৱশ্যে মই আপোনালোকৰ অন্তৰত থকা প্ৰচলিত ধ্যানধাৰণাৰ অৱসান বিচাৰো। মই জানো আৰু বিশ্বাস কৰো আহাৰ, আশ্ৰয় আৰু আবৰণ এই তিনিটা দৈহিক ক্ষুধা নিবাৰণেই মানুহৰ মহান আৰু আৱশ্যকীয় কৰণীয় কৰ্তব্য। তাৰ বাহিৰে আন সকলো গৌণ। পেটৰ ভোকত তিলতিল মৃত্যুমুখলৈ আগবঢ়াতকৈ ভ্ৰান্ত সমাজ-ব্যৱস্থাক কবৰ দিয়াই শ্ৰেয়।

শঙ্কৰৰ মুখৰে এটা শব্দও নকৰিলে। মাথোন অহীন্দ্ৰৰ কথাবোৰ বুজিবলৈ আপ্ৰাণ চেষ্টা চলালে। ওচৰৰ কালেশ্বৰ পাহাৰৰ ফালে এজাক শিয়ালে দীঘলীয়া টানেৰে হোৱা দিছিল তাকে শুনি আন-ফালে থকা লংকেশ্বৰ পাহাৰৰ শিয়াল এজাকেও সহাৰি জনাই নিৰ্ভয়ে নিশ্চিন্তমনে হোৱা দিলে। সিহঁতৰ মিলিত ঐকতানে ৰাতিৰ নীৰৱতা আৰু বেছি গভীৰ কৰি তুলিলে। কিয় জানো এই সময়খিনিত শিয়ালৰ হোৱা হোৱা শব্দবোৰ শঙ্কৰৰ খুউব শ্ৰুতি মধুৰ লাগিল। অহীন্দ্ৰৰ কথাবোৰ হৃদয়ঙ্গম কৰিবলৈ গৈ শঙ্কৰে অনুভৱ কৰিলে যে সি সচাই ইতৰ পশুতকৈ অধম। ধূৰ্ত্ত শিয়ালেও মিলিত কণ্ঠে হোৱা দিয়ে। সিহঁতৰ মাজত নাই কোনো বৰ্ণ বৈষম্য, নাই ধনী দুখীয়াৰ প্ৰাচীৰ সম প্ৰভেদ। সিহঁতৰ মাজত এটাই পৰিচয় সেয়া হল—সিহঁত চাৰিঠেঙীয়া নিশাচৰ প্ৰাণী শিয়াল। অথচ সি এজন উচ্চ শিক্ষিত পূৰ্ণ যৌৱন প্ৰাপ্ত ব্যক্তি আৰু নীতি হোৱা উচিত পৃথিবীৰ সমগ্ৰ মানুহক এক দৃষ্টিৰে চোৱাটো, কিন্তু সি চাব পাৰিছে জানো ? পিলা-নিক বন্ধু বুলি মুখেৰে আদৰ সম্ভাষণ কৰিলেও সৰ্বান্তকৰণে তাকতো সি গ্ৰহণ কৰিব পৰা নাই। পিলানিৰ প্ৰতি থকা অনীহা প্ৰকাশ তাৰ অদ্যাপি আছে। কিন্তু কিয় ? কিয় বাৰু সি উদাৰ মনৰ মানুহ হিচাপে নিজকে গঢ়ি তুলিব পৰা নাই ? কিয় বাৰু সি সকলো মানুহক সমদৃষ্টিৰে চাব পৰা নাই ?' এবা, তাৰদৰে কেউবোৰ গোড়া

যুবকৰ বাবেই পৃথিবীৰ সকলো প্ৰান্তৰ সকলো মানুহে মিলিত কণ্ঠে জীয়াই থকাৰ নাম গাব পৰা নাই। কিন্তু কিয় সিহঁতৰ দৰে যু ক-চামে অন্ধ সমাজব্যবস্থাৰ গোলা পৰিবেশৰ পৰা মুক্ত হব পৰা নাই ? মানুহে মানুহক বজাৰৰ পণ্য নকৰি, মানুহে মানুহক ঘিণ নকৰি, মানুহে মানুহক বুজি একজাতি এক প্ৰাণ হৈ অখিল বিশ্বত বাৰু বিলীন হব নোৱাৰে কিয় ? কিয় ??

এনেদৰে অজস্ৰ কিয়ই জুমুৰি দি ধৰাৰ পিচত শঙ্কৰৰ অস্থিৰ মানসিকতাই উত্তৰ অধম হৈ, যুদ্ধক্ষেত্ৰত হাৰি হাবুদাবু খাই ভাগৰি পৰা সৈনিকৰ দৰে লেতুসেতু হৈ অহীন্দ্ৰৰ ওচৰত নতি স্বীকাৰ কৰিলে। অহীন্দ্ৰৰ হাত এখনত খামোচ মাৰি ধৰি সি কলে 'বলক গৈগৈ, মই পিলানিহঁতৰ ঘৰত ভাত খাম।'

'সচাই' আচৰিত হল অহীন্দ্ৰ। সচাকৈয়ে আপুনি পিলানিহঁতৰ ঘৰত ভাত খাবনে ? শঙ্কৰে মূৰ দুপিয়াই কলে—'সচাই খাম।'

মানুহৰ মন সচাই বিচিত্ৰ, অহীন্দ্ৰই অনুধাৱন কৰিলে। শঙ্কৰ, এই যে ধৰ্ম তথা নৈতিক ৰীতিনীতিত অন্ধ যুৱকজন, তেওঁ ইমান সহজে দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই পৰা বংশানুক্ৰমে পৰিবাহিত হোৱা ধ্যান ধাৰণাবোৰ দলিয়াই প্ৰগতিশীল মনোভাৱেৰে আপ্লুত হব বুলি অহীন্দ্ৰই কল্পনাই কৰিব পৰা নাছিল। যাহওক শঙ্কৰৰ এই পৰি-বৰ্ত্তনক অহীন্দ্ৰই স্বাগতম জনালে। তাৰ পিচত শঙ্কৰৰ স'তে আগ-বাঢ়িল পিলানিহঁতৰ ঘৰৰ ফালে। যাওঁতে বাটত অহীন্দ্ৰই কলে 'অস্পৃশ্যতা ভাৰতীয় মহাজাতিৰ পৰম শত্ৰু বুলি আমাৰ জাতিৰ জনক মহাত্মাই বাৰম্বাৰ কৈ গৈছে ; সেই কথা আপুনি নিশ্চয় জানে। আৰু এজন বিশ্ববিদ্যালয়ৰ ছাত্ৰ হিচাপে এইটোও জানে যে অস্পৃ-শ্যতাৰ বাবেই ভাৰতীয় সমাজত অদ্যাপি বহুতো কলঙ্কিত অধ্যায় ৰচিত হৈ আছে। ঠাইবিশেষে মানুহে উপায়ন্তৰ হৈ অন্যধৰ্মও গ্ৰহণ কৰিছে। মানুহে নিজৰ দেশ এৰি পৰদেশলৈ ঢাপলি মেলিছে। হাজাৰ হাজাৰ মানুহ কুকুৰ মেকুৰীৰ দৰে মৃত্যু বৰণ কৰিছে। কিন্তু জানেনে সেই

মানুহবোৰৰ তেজৰ ৰঙৰ পাৰ্থক্য কি ? একো নাই। সকলো মানুহৰ তেজ একে দগমগীয়া ৰঙা। অহীন্দ্ৰৰ কথা শুনি শঙ্কৰে হা না একো মন্তব্যই নিদিলে, মাথো অহীন্দ্ৰৰ কাষে কাষে বাধ্য ছাত্ৰৰ দৰে গুজুং গুজুংকৈ গৈ থাকিল।

কালেশ্বৰ ধামলৈ যোৱা ৰাস্তাৰ কাষতে পিলানিহঁতৰ ঘৰ। ঘৰ মানে খেৰ বাঁহেৰে সজা দুটি সাধাৰণ পজা। পিলানিৰ দেউতাক লচমনে বিশ্ববিদ্যালয়ৰ হোষ্টেলত ঝাড়ু দিয়ে। বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাৰ পিচৰে পৰা লচমন আৰু তেওঁৰ ঘৈণীয়েকে হাতত ঝাড়ু লৈ হোষ্টেলে হোষ্টেলে গৈ হোষ্টেলৰ ধূলি মাতি আতৰাই অস্বাস্থ্যকৰ ঠাই স্বাস্থ্যকৰ কৰি তুলি আহিছে যদিও তেওঁলোকে নিজে বাস কৰে অস্বাস্থ্যকৰ পৰিবেশত। বিশ্ববিদ্যালয়ৰ ফালৰপৰা লচমনহঁতৰ বাবে উন্নত আবাস স্থানৰ কোনো ব্যৱস্থা অদ্যাপি দিয়া হোৱা নাই। ভবিষ্যতেও যে দিব তাৰো আশা নাই। তেনেই সীমিত দৰমহাৰে পৰিয়াল এটাৰ ভৰণ পোষণ দি স্বাস্থ্যকৰ পৰিবেশত উন্নত ধৰণৰ বাসপোযোগী ঘৰ সজাৰ কল্পনা লচমনহঁতৰ বাবে আকাশ কুসুম।

সিহঁত গৈ পিলানিহঁতৰ চোতাল পালে। পিলানিহঁত, তেতিয়া গভীৰ টোপনিত দুজাত ঢকিয়াই অহীন্দ্ৰই মাতিলে, বাছৰুৰ, উঠক-চোন।' অহীন্দ্ৰৰ মাতত চকমককৈ সাৰ পালে পিলানি। আগন্তুকৰ মাত বুলি সি উঠি আহিল, কোন ? গৈগে নেকি ?

'এৰা ম-' অহীন্দ্ৰই মাত দিলে। অহীন্দ্ৰহঁতক দেখি আচৰিত হল পিলানি এই ৰাতিখন কিয় ?' একো ডাঙৰ বিপদ হোৱা নাইতো ?' পিলানিয়ে সুধিলে।

'নহয়, একো হোৱা নাই' অহীন্দ্ৰই উত্তৰ দিলে। ক্ষমা কৰিব অসময়ত দিগদাৰি দিব লগা হল। আচ্ছা চনিয়াক জগাই কেইটামান ভাত ৰান্ধিব কওকচোন।'

'ভাত ? কিয় ?' পিলানি বাককৈয়ে বিবুদ্ধিত পৰিল।

এৰা, ভাত। ভাগৱতীয়ে আজি দিনভৰ ভাত খোৱা নাই।

কাৰণ হোষ্টেলত মেছতৰ ভাত বন্ধ। এই ৰাতি সাতমাইলৰ হোটেলো বন্ধ। আনঠাইলৈ যোৱাৰ প্ৰশ্নই নুঠে। সেয়েহে আপোনালোকক দিগদাৰি দিব লগা হ'ল।'

'কিন্তু?' পিলানিৰ চিন্তাক্লিষ্ট মুখ দেখি অহীন্দ্ৰই মাত লগালে মই বুজিছো আপুনি কি কব খুজিছে। যাওক, সেই বিষয়ে কোনো চিন্তা নাই, ভাগবতীয়ে আপোনালোকৰ ঘৰত ভাত খাব। অ' মই সোধাই নাই, চাউল দাইল আছে নহয়?'

পিলানিয়ে মূৰ দুপিয়াই, 'আছে'। কিন্তু অহীন্দ্ৰৰ কথাবোৰ সি যেন ভালকৈ বুজি নাপালে। কথাবোৰ দেখোন ভাওনাৰ মুক্তি মংগল ভটিমাৰ দৰে লাগিল। শঙ্কৰৰ এই অস্বাভাবিক পৰিবৰ্ত্তনৰ কাৰণ কি? প্ৰবল দৈন্যতাৰ ওচৰত পৰাজয় স্বীকাৰ কৰি, নে প্ৰকৃত জ্ঞান-চকুৰ উদয়ত শঙ্কৰে প্ৰগতিশীল ধ্যান ধাৰণকে আকোৱালি লবলৈ আগবাঢ়ি আহিল। যিজন লৰাই নিজকে এজন নৈষ্ঠিক ব্ৰাহ্মাণ হিচাপে অনবৰত সংৰক্ষিত কৰি ৰাখিব খোজে, যিজন লৰাই দাইনিং হলত মুছলমান লৰাই ভাত আগ্ৰা চুই দিলে খেংখেঙাই উঠে সেইজন লৰাই পিলানীহঁতৰ দৰে অস্পৃশ্য মানুহৰ ঘৰত খাব? সচাই আচৰিত। এনেধৰণৰ বহু অসংলগ্ন প্ৰশ্নই জুমুৰি দি ধৰিলে যদিও অকণো বিলম্ব নকৰি পিলানিয়ে গভীৰ নিদ্ৰাত মগন ভনীয়েক চনিয়াক জগাই ভাত ৰন্ধাৰ নিৰ্দ্দেশ দি অহীন্দ্ৰহঁতৰ সতে চোতালতে বহিল।

ক্ষন্তেক মৌন ক্ষণ ভঙ্গৰ পিচত শঙ্কৰে মাত লগালে 'মই বৰ অসহায় অৱস্থাত পৰিছো বাহুফৰ, লাজতেই আপোনালোকক কোৱা নাছিলো, কিন্তু পৰিস্থিতিয়ে বাধ্য কৰালে। আজি প্ৰায় চাৰিমাহেই হল মোৰ মেচ দিউজ দিয়াত গণ্ডগোল হৈ আছে, পূৰাটকা দিব পৰা নাই। মাজতে এমাহৰ টকা গণৈয়ে দিছে। টিউচনৰ টকাও পোৱা নাই। ফৰ্ম ফিলআপ কৰিছো দেৱৰ পৰা টকালৈ। মেচ-ডিউজ নিদিয়া বাবে লৰাবোৰে জিকজিকাই উঠিছে। সত্য শৰ্মাক ধমকি দিছে মোৰ চাহ ভাত বন্ধ কৰিবলৈ। মেচ মেনেজাৰে মোক

টকা জোগাৰ কৰিছে দাইনিং হলত প্ৰবেশ কৰিবলৈ অনুৰোধ জনাইছে। উপায়ন্তৰ হৈ মই দিনৰ ভাগত আজি এসপ্তাহে দাইনিং হলত প্ৰবেশ কৰা নাই। ৰাতি সকলোৱে খোৱাৰ পিছত সত্যক কাবৌকোকালি কৰি এসাঞ্জ কণামুণাকৈ খাই ওলাই যাও। কিন্তু এই কথাও জুৰেলইতে গম পাই সত্যক থিটেনিং দিছে। সেয়েহে সত্যই আজি মোক ভাত খাবলৈ নিদি ঘুৰাই পঠালে।

শঙ্কৰৰ কথাষোৰ গভীৰ মনোযোগেৰে শুনাৰ পিছত অহীন্দ্ৰই কলে, 'দুখ নকৰিব ভাগৱতী। আমি এনেকৈয়ে প্ৰাণৰ পুতৌৰ পাত্ৰ হৈ জীৱনৰ ভেটা গঢ়িব লাগিব। পেটত ক্ষুধা লৈও জীয়াই থকাৰ চেষ্টা কৰিব লাগিব। কুল দধিচী হৈ আত্মত্যাগেৰে কুঁৰ শতিকাৰ বৃত্তাসুৰ বধৰ বাবে প্ৰস্তুতি চলাব লাগিব।

'কিন্তু কেনেকৈ? কিমান দিন আমি পেটত গামোচা বান্ধি থাকিম?'

'এই প্ৰশ্নৰ উত্তৰ দিবলৈ মই অপাৰগ। হয়তো এটা শতিকা।'

কিন্তু তেতিয়ালৈ আমি জীয়াই থাকিম জানো? দৰিদ্ৰতাই চেপি খুন্দি কাবুকৰা আমাৰ উত্তৰ পুৰুষে তেতিয়ালৈ জীয়াই থাকিব পাৰে নে নোৱাৰে সেয়া সন্দেহৰ বিষয়। আৰু পাৰমাণৱিক বিভীষিকাৰ ওচৰত আমাৰ জীৱনৰ স্থায়ীত্বই কিমান? এফালে দৰিদ্ৰতা আৰু আনফালে পাৰমাণৱিক অস্ত্ৰ প্ৰতিযোগীতা, দুই মহৰ যুজত আমাৰ মৰণ ভেনেই ওচৰ চাপি আহিছে। আমাৰ মানসিক নিৰ্ভীকতা ক্ৰমে লোপ পাবলৈ ধৰিছে। আমি সন্দেহবাদী হবলৈ ধৰিছো। আমাৰ স্থিতি সম্পৰ্কে আমি নিজই সন্দিহান। তেন্তে আমি কেনেকৈ জীয়াই থাকিম?'

'থাকিবই লাগিব। ইমান সহজে পৰাজয় স্বীকাৰ কৰাটো কাপুৰুষৰহে কাম। মনত ৰাখিব শেষবিন্দু শোণিত থকালৈকে যুজিব পৰা জনহে যোগ্য উত্তৰাধিকাৰী।' অহীন্দ্ৰই কোৱা কথাষাৰৰ সামৰ্থ উপলব্ধি কৰিবলৈ গৈ শঙ্কৰৰ মুখত মাত্ৰ ওলাল। সি নামাতিলে।

নামাতিলে মানে সি অনুভৱ কৰিলে, অহীন্দ্ৰৰ জীৱন জিজ্ঞাসাৰ ওচৰত তাৰ জীৱন জিজ্ঞাসাই নতশিৰ হোৱাৰ বাহিৰে অইন উপায় নাই। অহীন্দ্ৰৰ বাগ্মীতা, যুক্তি তথা উচ্চস্বীয়তাৰ ওচৰতো শঙ্কৰ নতশিৰ। শঙ্কৰে জানে অহীন্দ্ৰও সমাজৰ দুৰ্বল শ্ৰেণীৰ অপত্য। জীৱনৰ প্ৰতিটো মুহূৰ্তত সিও হতাশা অপমান আৰু তীব্ৰ অবহেলা পাই আহিছে। আৰ্থিকভাৱে সিও পঙ্গু কিন্তু সি সেইবোৰক প্ৰশ্ৰয় দি ক্ষণভঙ্গুৰ হোৱা নাই। জীৱনৰ ব্যৰ্থতাৰ ওচৰত পৰাজয় স্বীকাৰ কৰা নাই। বৰঞ্চ এইবোৰক প্ৰত্যাহ্বানৰূপে গ্ৰহণ কৰি ভৱিষ্যতৰ পথত অগ্ৰসৰ হৈছে।

এনেতে চনিয়াই মাত দিলে 'দাদা ভাত হৈছে, শঙ্কৰ দাক আহিব কোৱা।' শঙ্কৰ ভিতৰলৈ গল আৰু ভাত খাবলৈ বহিল।

'খাওক দাদা। তেনেই শুদা ভাত।' চনিয়াই লাজ লাজকৈ কোৱা কথাৰ মৃদু প্ৰতিবাদ কৰি উঠিল শঙ্কৰে, 'এয়াই যথেষ্ট চনিয়া। তোমালোকৰ পবিত্ৰ আন্তৰিকতাই উত্তম স্বাদ 'মোক আৰু অইন মুখৰোচক খাদ্য নালাগে।' শঙ্কৰ খোৱাত লাগিল।

ভাত খাই উঠি মুখত অকণ চুপাৰি লৈ শঙ্কৰ পিলানিহঁতৰ সতে চোতালত বহিল। চুপাৰিখিনি চোবাই, ৰস গলাধঃকৰণ কৰি শঙ্কৰে ক'বলৈ ধৰিলে, মই এতিয়া কি কৰো বাহুযৰ, বৰ চিন্তাত পৰিছো। আপোনালোকেতো জানই মোৰ ঘৰৰ কথা। মোমাইদেউৰ মৰমতেই মই বি. এ. পাছ কৰিছো। তেওঁৰ অৱস্থা ভালে থাকিলে মোক ইউনিভাৰচিটিত পঢ়াৰ খৰচো নিশ্চয় দিলে-হেঁতেন, কিন্তু তেওঁ এতিয়া নিজেই দুসাজ পেটভৰাই খাবলৈ নোপোৱা অৱস্থা গতিকে মোক দিয়ে কৰপৰা। টিউচন, স্কলাৰশ্বিপৰ টকাৰে কোনোমতে টুকটাককৈ চলি আছিলো যদিও এতিয়া টান হৈছে। ধাৰো বহুত হৈছে। গগৈৰ চাৰিশ, দেবৰ তিনিশ টকা, প্ৰতাপৰ দোকানত প্ৰায় দুশ, কেন্টিনতো অন্তত এশমান টকাৰ ধাৰ আছে, ইফালে হোষ্টেলৰ মেচ বিউজ দিবলৈ আছেই। কিন্তু এতিয়া মোৰ

হাতত মুঠেই টকা নাই। আকৌ পৰীক্ষাও আছি পালে। মই বৰ চিন্তাত পৰিছো বাছফৰ।' শঙ্কৰৰ মাত ক্ৰমে থোকাথুকি হৈ আহিল। ক্ষন্তেক বৈ শঙ্কৰে পুণৰ কলে—'পঢ়া আৰু মোৰ নহব গগে। মই ঘৰলৈ যোৱাই ভাল। পাৰিলে গাওঁৰে ভেনচাৰ স্কুলখনত সোমাই লও, তাৰ পিচত টিউচন আদি কৰি অন্ততঃ ঘৰখন চাব পাৰিম। অইন চাকৰিৰ আশা আৰু নকৰো। কাৰণ ৰৰমূৰীয়াক শকত ধনৰ মোনাৰে পূজা নকৰিলে চাকৰি পাম বত?'

'ওহো, সেইটো নকৰিব ভাগৱতী, সেয়া আপোনাৰ বাবে চৰম মূৰ্খামি হব।' অহীন্দ্ৰই কলে। অহীন্দ্ৰৰ কথা সমৰ্থন কৰি পিলানিয়ে কলে, নিশ্চয়! ইউনিভাৰচিটিত এডমিচন লৈ ইমান পঢ়িলে যেতিয়া বাইহোক অৰ বাই ক্ৰোক পি. জি. কমপ্লিট কৰি যোৱাই ভাল হব।' আচ্ছা ভাগবতী, মই এটা কথা কওঁ; মোৰ বোধেৰে আপুনি হোষ্টেল ত্যাগ কৰক: আমাৰ এই ৰুমটো এনেয়ে আছে ইয়াতে থাকিব পাৰিব আমাক ভাৰাও দিব নালাগে। আৰু পৰীক্ষাতো আহিলেই। গতিকে এই দুটা মাহৰ কাৰণে ইয়ালৈ অহাত বোধহয় একো অসুবিধা নহব।'

পিলানিৰ কথা শুনি পৰম আহ্লাদেৰে অহীন্দ্ৰই কলে 'বেচ আইদিয়া। আপুনি ইয়ালৈ আহক ভাগৱতী। দুইজনৰ পঢ়াতো সুবিধা হব একেই ডিপাৰ্টমেণ্ট যেতিয়া, আৰু খৰচ পাতিবোৰৰ বাবে আপুনি মূৰ ঘমাব নালাগে আমি গোটেই বেইটাই তোলাতুলিকৈ হোৱা কৰিম। নে আপুনি কি কয়?

'নিশ্চয়' 'পিলানিয়ে কলে। 'আৰু এটা কথা, সিদিনা কথাৰ মাজতে হেমেন্দ্ৰই কলে জালুকবাৰী হাইস্কুলত হেনো এটা শিক্ষকৰ পদ খালী হৈ আছে, এডভাৰ্টাইজ দিছে। পাৰিলে আপুনি কাইলৈকে এপ্লিকেচন এখন দি আহকচোন। ঠিকতো নাই, পাই যাবও পাৰে।'

এৰা।' অহীন্দ্ৰই শলাগিলে।

এটা সময়ত অহীন্দ্ৰইত পিলানিৰ পৰা বিদায় লৈ হোষ্টেললৈ

উভটিল। তেতিয়া ৰাতি বাৰকৈয়ে হৈছে। চৌদিশ নিশাৰ নিস্তব্ধ। মাথো বৈ বৈ বাজি আছে ঝিলিৰ ঝি ঝি শব্দ। ওপৰত জোনবায়ে মিঠা জোনাকেৰে আন্ধাৰ ৰাতিৰ ভয়ালতা নাশ কৰাৰ চেষ্টা কৰিছে। জোৎস্নাভৰা পৃথিবীখন সুন্দৰ হৈ পৰিছে। চৌদিশে বিয়পি পৰিছে ৰূপোৱালী আভা। এজাক মৃদুমন্দ সমীৰণে সিহঁতক আলফুলে চুই গল। বাঞ্ছিত প্ৰেমিকৰ লাৱনী স্পৰ্শত কোনো গাভৰুৰ দেহ মন পুলকিত হোৱাৰ দৰে সিহঁতৰো দেহ মন পুলকিত হৈ পৰিল। সিহঁত উভয়ৰে মনত প্ৰত্যয় জন্মিল পৃথিবীখন সচাই মনমোহা, স্নিগ্ধ, সুন্দৰ।

—*—

(ছয়)

বিশ্ববিদ্যালয়ে ঘোষণা কৰা সময়মতেই যদি পৰীক্ষা হয় তেন্তে অহীন্দ্ৰহঁতৰ ফাইনেল পৰীক্ষালৈ বেছি দিন নাই, পৰীক্ষা আহিলেই। পৰীক্ষাৰ বাবে যাবতীয় প্ৰস্তুতি চলাই অকল অহীন্দ্ৰই নহয় বেছি-ভাগ লৰাছোৱালীয়ে ব্যস্ত হৈ আছিল। কায়মনবাক্যে অধ্যয়ন কৰি-বলৈ লৈছিল। কিন্তু হঠাতে লৰাবোৰৰ মনৰ দৃঢ়তা নোহোৱা হল। কাৰণ ঘুমুক ঘানাককৈ বাতৰি ওলাল যে পৰীক্ষা পিছুৱাব পাৰে। গুৱাহাটী বিশ্ববিদ্যালয়ত এচাম ছাত্ৰ আছে যি পৰীক্ষাৰ হবলগা তাৰিখ মতেই পৰীক্ষা হবলৈ দিয়াৰ পক্ষপাতী নহয়। এইচাম ছাত্ৰই নানা ছলচাতুৰীৰে তথা ভীতি প্ৰদৰ্শনেৰে হলেও ছাত্ৰৰ পৰা পৰীক্ষা পিছু-ওৱাৰ জনমত গ্ৰহণ কৰে আৰু কৰ্তৃপক্ষৰ ওচৰত পেচ কৰি পৰীক্ষা পিছুৱাবৰ বাবে উদ্ধষ্ট দাবী জনায়। আৰু অতি আচৰিত কথা যে কৰ্তৃপক্ষয়ো এই দাবী প্ৰায়ে মানি লয়। ছাত্ৰৰ দাবীবোৰ যুক্তি সঙ্গত হয় নে নহয় বিচাৰ কৰাৰ অৱকাশ নাথাকে। আচলতে প্ৰশা-

সনৰ সোপাচিলা নীতিৰ বাবেই এয়া সম্ভৱ হয়। বিশ্ববিদ্যাল কর্তৃপক্ষই এবাৰো ভাবি নাচায যে ছুবছৰীয়া কোৰ্চত তিনিবছৰ বা ততোধিক সময় নষ্ট কৰা তথা অতিৰিক্ত সময়ৰ বাবে খৰচ বহন কৰা বেতবোৰ পঢ়িয়ালৰ বাবে চকুৰে ধোৱা কোৱা দেখা কথা। এইবোৰ কথাকেই অহীন্দ্ৰহঁতে আলোচনা কৰি আছিল। ভাব কমলৈ অহা শিশিৰ দত্ত আৰু জয়ন্ত বৰুৱাৰ সতে কথা পাতি থাকোতেই পিলানি উধাতু খাই কমলৈ সোমাই আহিল পিলানিৰ মুখ বিবৰ্ণ, চুলি আউল বাউল। পিলানিৰ অৱস্থা দেখি অহীন্দ্ৰ উচপ খাই উঠিল।

'কি হল বাছৰুৰ, কিয় এনেকৈ ভবানৰা চিঙি আহিছে?'

'সৰ্বনাশ। দেৱৰ বাছ এক্সিডেন্ট হৈছে। চিৰিয়াছ কণ্ডিচন।'

'কি? বাছ এক্সিডেন্ট? কেনেকৈ? কত?'

'ছুপৰীয়া ছুই বজাৰ বাছখনত। মাৰ্কেটৰ ষ্টপেজটোতে, সি উঠিবলৈ নৌপাওতেই বাছখন চলি যায়, ফলত সি বাছৰ পৰা এৰা দি তলত পৰে।'

'তলত?'

'ও! ককালৰ ওপৰেৰে পিচৰ চকা পাৰ হৈ গৈছে হেনো।'

'অ মাই গড।' অহীন্দ্ৰৰ সতে বাকী ছুজন লৰাও চিঞৰি উঠিল।

'মেডিকেললৈ নিছে, বাচে নে নেবাচে সন্দেহ।'

'বলক বাছৰুৰ মেডিকেললৈ যাব নহয়?'

'ও বলক। মই লাইব্ৰেৰীলৈ যাব ওলাইছিলো পি.ছু বাটতে সেইখন বাছতে উঠা মুবিবে কলে। কথাটো শুনি চধাই আপোনাৰ ইয়ালৈ আহিলো।' সিহঁত ছুজন লৰালৰিকৈ হোষ্টেলৰ পৰা ওলাই আহিল। শিশিৰ দত্তহঁত নিজৰ কমলৈ গল, সিহঁতো যাব। হোষ্টেলৰ পৰা ওলাই বাটত খোজ দিওতে ডা. বি. বৰুৱা হোষ্টেলৰ বাসিন্দা কৃষ্ণ হাজৰীকাই খিৰিকিৰে মাত লগালে 'দেৱৰ খবৰ লবলৈ যায় নেকি গৈ?'

'এৰা। কিবা গম পাইছে নেকি?'

'নাই যাম বুলি ভাবিছোহে পিছে গাড়ী নাই। ইউনিভাৰচিটিৰ বাছ বন্ধ। পাব্লিক বাছবোৰো পুলিচে ৰিকুইজিচন কৰা বাবে একেবাৰে পাতল।'

'ইউনিভাৰচিটিৰ বাছ বন্ধ হল কিয়?'

'কোনোবা লৰাই ড্ৰাইভাৰক মাৰিলে।'

'ছিঃ বৰ বেয়া কাম কৰিছে দেই।'

'এৰা হে। এই ক্ষেত্ৰত ড্ৰাইভাৰৰ গাত সমস্ত দোষ জাপি দি লাভ নাই। কাৰণ ইউনিভাৰচিটিৰ বাছত ইমান ভিৰ হয় যে ড্ৰাইভাৰে কোনোদিনে সুকলমে গাড়ী চলাব নোৱাৰে। ইউনিভাৰচিটিৰ মানুহতকৈ বাহিৰা মানুহহে বেছি হয়, মানা কৰিলেও মানুহবোৰ ওলমি হলেও যায়। গতিকে কোনোবা পৰি গলে ড্ৰাইভাৰে কি কৰিব?'

'নিশ্চয়! এই কথা মযো চাপোৰ্ট কৰো। ড্ৰাইভাৰক দোষ দি লাভ নাই। দোষ প্ৰশাসনৰ। বিশ্ববিদ্যালয়ৰ বাছ অথচ বিশ্ববিদ্যালয়ৰ মানুহে সুকলমে যাব নোৱাৰে। বাৰু হাজৰিকা আহা।'

সিহঁত পোনে পোনে সাতমাইললৈকে আহিল। ভাগ্যে পাব্লিক বাছ এখন আহি পাইছিল, সেইখনতো অসম্ভৱ ভিৰ কোনোমতে সিহঁত উঠিল। অহীন্দ্ৰহঁত গৈ যেতিয়া গুৱাহাটী মেডিকেল কলেজ হস্পিতেল পায় তেতিয়া হস্পিতেলত বিশ্ববিদ্যালয়ৰ ছাত্ৰ শিক্ষক তথা কৰ্মচাৰী ভালেকেইজন ব্যক্তি বাৰান্দাত থিয় দি আছিল। সিহঁত চিধাই ৱাৰ্ডত সোমাল। দেৱৰ আঘাত গুৰুতৰ। কঁকালৰ তলচোৱাৰে চকা পাৰ হৈ গৈছে। অত্যাধিক ৰক্তক্ষৰণৰ বাবে মুখখন হালধীয়া হৈ গৈছে। 'পেচেন্ট চিৰিয়াচ, প্লিজ ডণ্ট ডিষ্টাৰ্ব' দেৱৰ চিতৰ কাষতে ফলক এখন আৰি থোৱা আছে। অহীন্দ্ৰ গৈ কাষত থিয় হল। দেৱৰ শেতাপৰা বিবৰ্ণ মুখলৈ চাই পঠিওৱাৰ লগে লগে এক বুজিব নোৱাৰা শোকে তাক খুন্দা মাৰি ধৰিলে। কব নোৱাৰাকৈয়ে তাৰ চকুৰে দুধাৰা তপত অশ্ৰু নিগৰিত হল। মনত পৰিল অহীন্দ্ৰৰ, দেৱৰ সান্নিধ্যৰ কথা। বিগত দুটা বছৰে প্ৰোয়া তাৰ সহায় সহানু-

ভূতিৰ কথা। অহীন্দ্ৰ হোষ্টেলত থিতাপি লোৱাৰ পিচত প্ৰথম চিনাকি হয় দেৱৰ সতেই। অলপ সময়ৰ ভিতৰতে আন্তৰিকতাৰে মোহিত কৰা দেৱক তাৰ ভাল লাগে, দেৱৰ প্ৰতি অহৈতুক মৰম উপজে। আৰু সেই দিনাৰ পৰা আজি এই মুহূৰ্ত্তলৈ বিশ্ববিদ্যালয়ৰ চতুৰ্থ শ্ৰেণীৰ চাকৰীয়াল হলেও দেৱক অহীন্দ্ৰই মৰমৰ চকুৰে চাই আহিছে। এজন অন্তৰঙ্গ বন্ধু হিচাপে তাক মৰ্য্যদা দিছে। তথাকথিত ডিগ্ৰীয়ে সিহঁতৰ মাজত কোনো বাধাৰ সৃষ্টি কৰা নাই। এই ক্ষেত্ৰত অহীন্দ্ৰই বহুত সৰাৰ পৰা কথাখিনিও শুনিব লগা হৈছে। তাৰ ভিতৰত প্ৰবালো এজন। প্ৰবালে দেৱক কোনো দিনে ভাল মাতেৰে নামাতে। তাৰ অৰ্ডাৰমতে কাম নকৰিলে অভিধানত বিচাৰি নোপোৱা শব্দ কিছুমান সংযোজন কৰি উচ্চস্বৰে গালি পাৰে। দেৱৰ ওপৰত সি অনবৰতে খড়্গহস্ত। গতিকে সেইজন দেৱক যেতিয়া অহীন্দ্ৰই সমনীয়া বন্ধু হিচাপে ৰুমত চকীত বহুৱাই কথা পতাৰ অধিকাৰ দিয়ে তেতিয়া প্ৰবাল স্বাভাৱিকতে খড়্গহস্ত হব। এদিন কথা প্ৰসঙ্গতে প্ৰবালে কৈছিল 'এটা কথা গৈছে, দেৱ হোষ্টেলৰ চকীদাৰ আৰু তুমি এজন পি. জি.ৰ ছাত্ৰ। গতিকে দেৱ আৰু তোমাৰ মাজত বহু দিফাৰেন্স আছে আশা কৰো তুমি এই দিফাৰেন্সৰ ভেলু ৰাখিবা।'

'দেৱ চকীদাৰ হব পাৰে! কিন্তু প্ৰথমতে তেওঁ এজন মানুহ। ডেকা মানুহ গতিকে মানুহ হিচাপেই তেওঁক ব্যৱহাৰ কৰাটো উচিত বুলি মই ভাবো

'অ নো। তুমি বুজা নাই। তাক কি গৰু হিচাপে ব্যৱহাৰ কৰিবলৈ মই কৈছো নেকি? মই ইয়াকে কব বিচাৰিছো যে এজন চতুৰ্থ শ্ৰেণীৰ চাকৰিয়ালক ৰুমলৈ আনি আমাৰ চকী আৰু বিছনাত বহুৱাই মেল মৰা কাৰ্য্যই পি. জি. ষ্টুডেণ্টৰ ভেলু বহুত কমাই দিব।'

'ইয়াত ভেলু বঢ়াটুটাৰ কোনো প্ৰশ্ন নাহে চৌধুৰী। তেওঁৰ পজিচন, নাই বা চাকৰি থিয়েই নহওক, মই মাথো জানো দেৱ মোৰ বন্ধু। মই তেওঁক বন্ধুৰ আসন দিবলৈ বাধ্য।

'বন্ধু ? পাগল নেকি ? চকীদাৰৰ সতে বন্ধু পতা লৰা এতিয়ালৈ তোমাকহে দেখিছো ।'

'হব পাৰে' ।

'তেন্তে তুমি দেৱৰ সতে ঘণিষ্ঠতা কমাই নিদিয়া ?

'সেইয়া মোৰ ইচ্ছাধীন !'

'ঠিক আছে দেখা যাব !'

'কিন্তু এটা কথা, দেৱ মোৰ ওচৰৰেহে আহে আৰু এই ৰুমটোৰ মই এজন বাসীন্দা, গতিকে দেৱক ইয়ালৈ অহাত বাধা প্ৰদান কৰিলে মই সহ্য নকৰিম ।'

অহীন্দ্ৰৰ জবাব শুনি হওত এবো নাই হৈ ৰুমৰপৰা ওলাই গৈছিল প্ৰবাল ।' এইদৰে বহুতে বহুত কিবা কিবি কৈছিল অহীন্দ্ৰক । কিন্তু অহীন্দ্ৰই সেইবোৰত মুঠেই গুৰুত্ব দিয়া নাছিল । আৰু গুৰুত্ব দিবই বা কিয় ?

দেৱ । সম্পূৰ্ণ নাম দেৱকান্ত ৰাজবংশী । প্ৰায় বাইশ বছৰীয়া এজন সুঠাম যুবক । দেৱৰ ঘৰ গাড়ীগাওঁত । গুৱাহাটী বিশ্ববিদ্যালয়ৰ গাতে লাগি থকা এই গাওঁখন গুৱাহাটী পৌৰ নিগমৰ এক নং ৱাৰ্ড হিচাপে অন্তৰ্ভুক্ত যদিও টাউনৰ সা-সুবিধা ইয়াত একো নাই । সমগ্ৰ অসমৰ গাওঁসমূহৰ যি বাস্তৱ চিত্ৰ সেই চিত্ৰ গাড়ীগাওঁতো বিদ্যমান । ৰাষ্টা ঘাটৰ অৱস্থা শোকলগা । প্ৰায়বোৰ মানুহৰ অৰ্থ-নৈতিক অৱস্থা তেনেই দুখলগা । শিক্ষা দীক্ষাও আশানুৰূপ নহয় । খেতিকেই মূল জীৱিকা হিচাপে লৈ বৰ্ত্তি থকা গাওঁবাসীৰ মাটিবোৰ বিশ্ববিদ্যালয় ৰেডিঅ ট্ৰেন্সমিটাৰ চেন্টাৰ আদিয়ে অধিগ্ৰহণ কৰাব পিচত কৃষিজীৱি মানুহবোৰৰ অৱস্থা পানীত হাঁহ নচৰা হয়গৈ । এই ক্ষেত্ৰত মাটি অধিগ্ৰহণ কৰা পৰিয়ালক চাকৰি আদিত আগস্থান দিব লাগে যদিও গাড়ীগাওঁৰ মানুহে ন্যায্য প্ৰাপ্য অদ্যাপি পোৱা নাই । নিযুক্তিৰ ক্ষেত্ৰত স্বজন প্ৰীতি তথা কলুষিত দুৰ্নীতিৰ বাবে থলুৱা মানুহবোৰ সদায় বঞ্চিত হৈ আহিছে । এচাম বিষয়া তথা প্ৰভাৱশালী

ব্যক্তিৰ অণ্ডহী-বণ্ডহীৰ বাবে এই অনুষ্ঠানৰ চাকৰি বাকৰি যেন সংৰক্ষিত।

সেইদৰে এই অঞ্চলটো শিক্ষা দীক্ষাতো ভালদৰে আগবাঢ়িব পৰা নাই। চাঁকি এগছিৰ গুৰি অংশ যিদৰে সদায় এন্ধাৰ হৈ থাকে ঠিক সেইদৰে জ্ঞানৰ বিৰাট চাকি বিশ্ববিদ্যালয়'ৰো কাষৰ ঠাইবোৰত জ্ঞানৰ পোহৰত সম্পূৰ্ণৰূপে উদ্ভাষিত হোৱা নাই। বিশ্ববিদ্যালয়ৰ অধিকাংশ ঘৰ দুৱাৰ গাড়ীগাওঁৰ মাটিত স্থাপিত যদিও গাড়ীগাওঁৰ বিশ্ববিদ্যালয়ত পঢ়া লৰা কম। দুৰ্বল অৰ্থনীতিৰ বাবে উঠি অহা ডেকাবোৰৰ পঢ়াত ব্যাঘাত জন্মে। ফলত তেওঁলোক ক্ষুব্ধ হৈ উঠে। দুই এক কেতিয়াবা বিক্ষিপ্ত ঘটনাবো সুত্ৰপাত কৰে। আৰু তেতিয়া বিশ্ববিদ্যালয়ৰ ছাত্ৰশিক্ষক আৰু কৰ্মচাৰী সকলোৱে মিলি ঘটনাৰ নিন্দা কৰে আৰু তীব্ৰ গৰিহণা দিয়ে। কিন্তু তেওঁলোকৰ অৰ্থাৎ বিক্ষুব্ধ যুবক সকলৰ হৃদয়ৰ কাৰুণ্যতাখিনি তথা ভাগি পৰা মানসিকতা বুজিবলৈ চেষ্টা নকৰে। বিশ্ববিদ্যলয়ৰ চৌপাশৰ গাওঁবাসীয়ে 'বিদ্যাৰ জাহাজ' বুলি গণ্য কৰে। কোনো গৰাকী অধ্যাপক অধ্যাপিকাই স্বেচ্ছাই কোনো দিনে গাওঁবাসীৰ মাজলৈ সোমাই তেওঁলোকৰ মৰ্মবেদনা বুজি-বলৈ চেষ্টা নকৰে। সেইদৰে বাবু আখ্যাৰে বিভূষিত ছাত্ৰ সকলেও এনেয়ে হওক বা সমাজসেৱাৰ কামতেই হওক গাড়ীগাওঁৰ মানুহৰ অৱস্থাৰ বুজ লবলৈ যোৱাতো অদ্যপি পৰিলক্ষিত হোৱা নাই। বৰঞ্চ এই গাওঁখন সম্বন্ধে কেতবোৰ তথাকথিত অপবাদ দি ঘোলাকণী উম দি আছে। থলুবা ভাষা সংস্কৃতিৰ ওপৰত গৱেষণা কৰা কোনো-জন গৱেষকে গাড়ীগাওঁৰ ঐতিহ্যপূৰ্ণ সমাজ সংস্কৃতিৰ ওপৰত চকু ফুৰোৱা নাই। মহাপুৰুষীয়া আদৰ্শৰে অনুপ্ৰাণিত গাড়ীগাওঁৰ সামাজিক জীৱনে কাৰো অন্তৰত ৰেখাপাত কৰা নাই। হিন্দু মুছলমানৰ অপূৰ্ব সমন্বয়ত গঢ়ি উঠা অসমীয়া জাতীয় জীৱনৰ যি মহান চিত্ৰ সমগ্ৰ অসমতেই বিদ্যমান, সেই চিত্ৰ, গাড়ীগাওঁতো আছে। গাড়ীগাওঁৰ মেথিপাৰাত মুছলমান মানুহে বাস কৰে মেথিৰ পৰিয়াল নহয়।

দেহ ৰেফে দেবাশীৰ ৰাজবংশীৰ ঘৰ এই গাড়ীগাওঁত। প্ৰাক্-

বিশ্ববিদ্যালয় শ্ৰেণীলৈ পঢ়ি ফাইনেল নিদিয়াকৈ সি শিক্ষা জীৱনৰ পৰা আতৰি পৰে। কাৰণ উপায়ন্তৰ। দৰিদ্ৰতাই গ্ৰাস কৰি অনা ঘৰখনলৈ ৰবপুত্ৰ ছিচাপে সি যদি অলপ আশা কঢ়িয়াব নোৱাৰে তেন্তে ঘৰখন নিঃশেষ হব। আক তাৰ বাহিৰে ঘৰখনত উপাৰ্জন ক্ষম ব্যক্তি নাই। কাৰণ সি প্ৰাকবিশ্ববিদ্যালয় দ্বিতীয় বাৰ্ষিকত পঢ়ি থাকোতেই তাৰ পিতৃ গদাধৰৰ মৃত্যু হৈছিল। মৃত্যু মানে সেয়া স্বাভাৱিক মৃত্যু নাছিল। আত্মহত্যাও কৰা নাছিল। সেই মৃত্যু আছিল অকাল মৃত্যু। সেই মৃত্যু, মৃত্যু নাছিল, আছিল মানৱতাৰ চৰম পৰাজয়। দাৰুণ অৰ্থনৈতিক সংকটত পৰি তিল তিলকৈ সম্পন্ন কৰা জীৱনৰ কৰুণ যৱনিকা।

গদাধৰ আছিল এজন প্ৰগতিশীল খেতিয়ক। মাটি বাৰীও আছিল যথেষ্ট। কপালৰ ঘাম মাটিত পেলাই শ্ৰম কৰিছিল; শ্ৰমৰ মৰ্য্যাদাও অবশ্যে পাইছিল সেয়েহে তেওঁ হাঁহিব পাৰিছিল। আক সেই হাঁহি আছিল জীৱনৰ পূৰ্ণতাৰ হাঁহি কিন্তু . . । বিশ্ববিদ্যালয় আহিল, ৰেডিঅ' ট্ৰেন্সমিটাৰ চেণ্টাৰ আহিল, বনবিদ্যালয় আহিল, অভিযান্ত্ৰিক মহাবিদ্যালয় আহিল, ধুমধাম মাটি অধিগ্ৰহণৰ প্ৰতিযোগীতা চলিল। বিনিময়ত দিলে যৎকিঞ্চিৎ মূল্য কেইবোৰ খমখমীয়া কাগজৰ নোট কিন্তু টকাই গদাধৰহঁতৰ মুখত হাঁহি বিৰিঙাব নোৱাৰিলে। কাৰণ সেইবোৰ আছিল অস্থায়ৰ। ফলত এইচাম মানুহ অচিৰেই সৰ্বস্বান্ত হৈ পৰিল। এই ক্ষেত্ৰত বিশ্ববিদ্যালয় নাইবা অন্য অনুষ্ঠান স্থাপনৰ হোতা সকলে গদাধৰহঁতক অকণো দিহাপৰামৰ্শ দিয়াৰ আৱশ্যকতা অনুভৱ নকৰিলে। মাটি অধিগ্ৰহণ কৰি বিনিময়ত টকা দিয়াই যেন কৰ্তৃপক্ষৰ একমাত্ৰ কৰণীয় কৰ্ত্তব্য।

যেতিয়া গদাধৰৰ মাটিৰ টকাবোৰ শেষ হৈ আহিছিল তেতিয়া তেওঁৰ ক্ষুদ্ৰ সংসাৰখন পূৰ্ণৰূপত বাঢ়ি আহিছিল। ৰবপুত্ৰ দেৱাশীষে কৈশোৰ পাৰ হৈ যৌৱনৰ দুৱাৰদলিত ভৰি দিছিল। সঙ্গীতা গাভৰু হৈছিল। বাকী পেটমোচা লৰাটোও অধিক অন্নবস্ত্ৰৰ দাবীৰে বাঢ়ি

উঠিছিল। অভাৱ নামৰ ৰাক্ষসটোৱে হা-কৰি মুখ মেলি অহাৰ উমান পাই শঙ্কিত হৈ পৰিছিল গদাধৰ ৰাজবংশী তেওঁ দিকবিদিক এন্ধাৰ দেখিছিল। অকালতে দাড়ি চুলি পকি শুকাই খীনাই থুলন্থৰ পুৰুষজন আশীবছৰীয়া বৃদ্ধ যেন হৈছিল। বেমাৰেও আক্ৰমণ নকৰাকৈ নাথাকিল। হাতত দাখন লৈ বিশ্ববিদ্যালয়ৰ বোৱাৰ্টাৰে কোৱাৰ্টাৰে হাজিৰা কাম কৰি গধূলি ঘৰলৈ উভতাৰ পিচত পিতাকলৈ চাব নোৱাৰা হৈছিল দেৱেই। জুহালৰ গুৰিত কাঁহি কাঁহি ভাগৰি পৰা পিতাকৰ বুকুখন পিহি দি সি কয় 'তই আৰু কাম কৰিবলৈ যাব নেলাগে পিতাই। মই বিছাৰ খোছাৰ কৰি আৰু দুটামান টিউচন বেছিকৈ লও। দুটা লৰা পঢ়ালেও অন্ততঃ এশ টকা পাম কোনো মতে চলি যাব' 'নলবি বোপাই। তোৰ দেখোন পুৱা গধূলি টিউচন আছেই আৰু অধিক ললে তোৰ কলেজৰ পঢ়া ক্ষতি হব ' পিতাকে তাক মানা কৰে। কিন্তু সি নামানে। কাৰণ সি নিৰুপায়। তাক টকা লাগে। ঘৰখনে খাব লাগে। পিতাকৰ বেমাৰৰ চিকিৎসা কৰিব লাগে।

গদাধৰৰ অৱস্থা ক্ৰমে বেয়া হৈ আহিছিল। কফ পিত্ত আদি ভালে কেইটা ব্যাধিয়ে ক্ষীনকায় মানুহজনৰ অৱস্থা তেনেই কাহিল কৰি দিছিল। সদা হাস্য মানুহজনৰ মুখৰ হাহি দুৰ্ল্লভ হৈ পৰিছিল। আৰু এদিন আচম্বিতে গদাধৰ ৰাজবংশী নামৰ গাড়ীগাওঁৰ অন্যতম সহজ সৰল মানুহজনে এই বিশ্বৰ পৰা মেলানি মাগিছিল।

পিতাকৰ এই অস্বাভাৱিক আৰু অকাল মৃত্যুত বিচলিত নহল দেৱাশীষ। ইয়াৰ বাবে সি কাকো দোষীও কৰিব খুজিলে। সি জানে এয়া হবই। আজি তাৰ পিতাক মৰিছে কাইলৈ বহুতৰ পিতাক মৰিব। গৰিবী হতাবলৈ গ্ৰহণ কৰা চৰকাৰৰ তথাকথিত আচনিবোৰ ঠিক এইদৰে গৰীবৰ মৃত্যু হৈয়েই সফল (?) ৰূপায়িত হব। বনজুইৰ দৰে বাঢ়ি অহা দ্ৰব্যবস্তুৰ উৰ্দ্ধগামী মূল্য, কলুষিত দুৰ্নীতি আৰু গৰীবৰ দুখত সমবেদনাৰ নামত ঘৰিয়ালৰ চকুপানী

টকা ৰাইকাণ্ডাৰী সকলৰ মূৰ্খামিৰ বাবেই বহুতো গদাধৰে অকাল মৃত্যুক সাবটি লব ।

আৰু ইমানতে শেষ হল দেৱৰ কলেজীয়া শিক্ষা জীৱন । আৰম্ভ হল চাকৰিৰ অনুসন্ধান । কিন্তু সি চাকৰি পাব কত ? আনহাতে তাৰ শিক্ষাই আছে বা কিমান ? কিন্তু তাক চাকৰি এটা লাগেই ।

'এতিয়া কোনো কামেই খালি নাই, তুমি পিচত খবৰ কৰিবা' বিশ্ববিদ্যালয়ৰ এজন শীৰ্ষস্থানীয় বিষয়াই এদিন দেৱক কৈছিল । 'বুজিছা, বিয়েৰাৰ পোষ্টৰ বাবে অলপ শিক্ষিত হলেই হয় যদিও বি.এ. পাছ লৰাইও খাটি আছে । তেওঁলোকৰেই একো কৰিব পৰা নাই । বাৰু মই চাম । পোষ্ট কেইটামান বোধহয় ওলাব তুমি জানুৱাৰীত খবৰ কৰিবা ।' তেতিয়া আছিল নবেম্বৰ মাহ জানুৱাৰীত খবৰ কৰোতে কৈছিল এপ্ৰিলত, এপ্ৰিলত খবৰ কৰোতে কৈছিল 'নাই হে এপইন্টমেন্ট হৈ গল, আগৰে পৰা কেজুৱেল খাটি থকা লৰাই পালে । এতিয়া একো পোষ্টেই নাই ।'

'চাৰ অলপতে দেখোন ৰামলাল নামৰ বিহাৰী লৰা এজনক নিযুক্তি দিছে' দেৱই কৈছিল ।

'অ, সেয়া চকিদাৰী পোষ্টহে । তুমি চকিদাৰী কাম কৰিবা জানো ?'

'কৰিম চাৰ, চকিদাৰ, মালী যি কামেই নহওক কিয় মই কৰিম ।' অৱশেষত দেৱৰ চাকৰি হৈছিল । বিশ্ববিদ্যালয়ত সি চকিদাৰ হিচাপে নিযুক্তি পাইছিল । অৱশ্যে এই ক্ষেত্ৰত স্থানীয় ছাত্ৰ সন্থাৰ সদস্য কেইজন মানহে ধন্যাবদৰ পাত্ৰ ; কাৰণ তেওঁলোকৰ আশাশুধীয়া চেষ্টাতহে তাৰ চাকৰি হয় । তাৰ পিচত আৰম্ভ হল একেঘেয়ে জীৱন । যি জীৱনত মানৱতা চৰমভাৱে লুণ্ঠিত । চকিদাৰ মানেই যেন এটি ইতৰ প্ৰাণী আৰু তেওঁলোকক সেইদৰেই ব্যৱহাৰ কৰা হয় । 'তই'ৰ সলনি আপুনি ব্যৱহাৰ কৰাটো বোধহয় গৰ্হিত কাম বুলিয়েই ছাত্ৰ শিক্ষক কৰ্মচাৰী কোনেও আপুনি নোবোলে । চকিদাৰ

মানেই যেন এবেটা আজ্ঞাবাহী যন্ত্ৰ। অন্ততঃ সেইদৰেই তেওঁলোকক ব্যবহাৰ কৰা হয়। ছাত্ৰ-ছাত্ৰীক দোকান বজাৰৰ পৰা বস্তু আনি দিয়া; ধুবীৰ তালৈ কাপোৰ ইস্ত্ৰি কৰিব যোৱা আনকি কেতিয়াবা কাৰো কাৰো 'মৰমো' বঢ়িয়াব লগা হয়। কাৰণ বিৰুদ্ধাচৰণ কৰা মানেই পৰিস্থিতিয়ে অন্যৰূপ লোৱা। গতিকে ছাত্ৰৰ দৌৰাত্ম নিৰ্বিবাদে সহ্য কৰি চাকৰি বজায় ৰখাই শ্ৰেয়। দেৱয়ো তাকেই কৰিছিল। নিজৰ সমনীয়া ছাত্ৰবোৰৰ সকলো হুকুম সি হাঁহিমুখে পালন কৰিবলৈ যত্ন কৰিছিল। আপত্তি কৰাটো যেন তাৰ কৰ্ত্তব্যৰ বাহিৰ, সেইটো তাৰ বাবে অসমীচিন, সি সেইদৰেই ভাবি লৈছিল।

সেইদিনা ৰাতিয়ে দেৱ ঢুকাল। দেৱৰ মৃত্যুত কন্দা নাছিল অহীন্দ্ৰই। সি বাংময় হৈ পৰিছিল। থিয়ৈ থাকিব নোৱাৰি বোগাৰ অলসভাবে শৰীৰটো এৰি দিছিল। সি অন্তৰৰ নিভৃততম কোণৰ পৰা অনুধাৱন কৰিছিল যে তাৰ অন্তৰৰ কথা বুজি পোৱা এজন ভাতৃ তাৰ ওচৰৰ পৰা চিৰদিনৰ বাবে আঁতৰি গল।



## -সাত-

দেৱৰ মৃত্যুৰ প্ৰায় এসপ্তাহমান পিচত, এদিন দোভাগ ৰাতি। সমগ্ৰ হোষ্টেলটোত মানুহৰ দপদপনি, ক্ৰুদ্ধ তৰ্জনগৰ্জন দৰ্জাত গুৰিওৱা বিকট শব্দ। ধহমহকৈ উঠি বহিল অহীন্দ্ৰ। প্ৰবালে ৰুম সলনি কৰাৰ পিচত এই ৰুমটোত সি অকলে আছিল। বিছনাৰ পৰা নামি কি হৈছে বুলি উমান লব খোজোতেই তাৰ ৰুমৰ দৰ্জাতো ধুপধাপ গোৱ পৰিল। 'এই দৰ্জা খোলো' মেদিনী কপোৱা গৰ্জন শুনি চমকি উঠিল অহীন্দ্ৰ। সন্তৰ্পণে উঠি গৈ দৰ্জাখন খুলি দিলে। দৰ্জা খোলাৰ লগে লগে হুৰমুৰকৈ এজাক চি.আৰ.পি সোমাই আহিল। এজনে তাক জপটিয়াই ধৰিলে বাকী কেইজনে তাৰ কিতাপৰ চেলফ, বিছনাপত্ৰ আদিত কিবা বিচাৰি লণ্ডভণ্ড কৰি পেলালে। ট্ৰাংক চুটকেচ সবলো খুলি চালে। চি.আৰ পি. এজনে তাক এটা কোব মাৰি হুংকাৰি উঠিল 'মাল নিকালো, মাল নিকালো। পঢ়তা হ্যায় য়া গুন্দামি কৰতা হ্যায়।'

'চালে লোককো প্ৰসাদী নহী দেনেচে নহী হোতা।'

'দে দো থোৰা ইনকোভী।'

কৰকৈহে পালে তাৰ গাত উধাই মুধাই লাঠীৰ কোব পৰিল।

'য়ে গুন্দা কাহা গয়া?' ৰুমত থকা উদং বিছনাখনলৈ চাই এজন চি. আৰ. পিয়ে সুধিলে।

'ৰুম চেঞ্জ কিয়া, সি কলে।

'ৰুম চেঞ্জ কৰিছেনে কৰবাত ব'ম বনাবলৈ গৈছে?' ৰুমলৈ সোমাই অহা পুলিচ অফিচাৰ এজনে তাৰ গাত ষ্টিক ডালেৰে হেচুকি কলে।' মাৰে বাপেৰে তহঁতক ইয়ালৈ পঢ়ি লৈ পঠাইছেনে আন্দোলন কৰিব পঠাইছে? তহঁতক ঠাণ্ডা নকৰালে নহব। তহঁতৰ ৰকাল

ভাঙি দিম বহু, যাতে তইঁতে জনমলৈ আন্দোলনৰ নাম মুখত নলয়।'
এইদৰে তৰ্জন গৰ্জন কৰি পুলিচ চি. আৰ. পিৰ দলটো ওলাই গল।
অহীন্দ্ৰ লাঠীৰ কোবত লেবেজান হৈ পৰিছিল। ক্ৰমৰ পৰা কোনোমতে
চুচৰি আহি বাৰান্দাত থিয় হৈ, দেখে যে কেইবাজনো লৰাক চি.
আৰ. পি. ৰ দলটোৱে চোচৰাই টানি লৈ গৈছে কাপোৰ কানি
অসংযত। কাৰোবাৰ পিন্ধনত লুঙি আৰু গেঞ্জি। কাৰোবাৰ লুঙি-
খনো খহি গৈ মাত্ৰ জাঙিয়া বা আন্দাৰৱেৰহে আছে। চি. আৰ.
পি. ৰ কোবত লৰাবোৰে দেদাউৰি পাৰি উঠিছে। কাৰোবাৰ মুৰ
ফাটি তেজ বৈ গৈছে। কাৰোবাৰ হাত ভৰি ভাঙিছে। গোটেই
হোষ্টেলটোতে বিৰাজ কৰিছে এটি কৰুণ বিভীষিকাই।

স্তম্ভিত হৈ পৰিল অহীন্দ্ৰ। আন্দোলন দমন কৰাৰ নামত
প্ৰশাসনে পুলিচৰ জৰিয়তে জনসাধাৰণৰ ওপৰত কৰা এই বৰ্বৰতাই
ভাৰতীয় গণতন্ত্ৰক কলুষিত কৰা নাইনে? কোনো সমস্যা সমাধানাৰ্থে
জনসাধাৰণ একত্ৰিত হোৱাৰ পূৰ্ণ অধিকাৰ থকা স্বত্বেও প্ৰশাসনে
সেয়া উলাই কৰিছে। আশীৰ দশকত অসমত গঢ়ি উঠা বিদেশী
বহিস্কৰণ আন্দোলনো চৰকাৰ তথা প্ৰশাসনে মষিমুৰ কৰাত ব্যস্ত।
অথচ এই আন্দোলনৰ নাায্যতা সম্পৰ্কে কাৰো দ্বিমত নাই। কাৰণ
এই আন্দোলন ভাৰতীয় সংবিধানৰ পবিত্ৰতা ৰক্ষাৰ বাবেহে ক্ষমতাৰ
ভাগ বতৰাত নগ্নভাবে লিপ্ত আমাৰ ৰাষ্ট্ৰিকাণ্ডাৰীসকলৰ জ্ঞাতে, অজ্ঞাতে
চুবুৰীয়া দেশৰ পৰা অবৈধ প্ৰব্ৰজন ঘটি অসমীয়া মানুহৰ আভিথেয়তা
তথা সৰলতাৰ সুযোগ লৈ প্ৰব্ৰজনকাৰীয়ে ৰেখবৰ মজিয়াত বৰপীৰা
পাৰি বহি লৈছে যাৰ ফলত অসমৰ অৰ্থনীতি, ভাষা-সংস্কৃতি ৰাজনীতি
আনকি অসমীয়াত্বও ভুলুণ্ঠিত হও হও অৱস্থা। কিন্তু? এয়া হব
দিব নোৱাৰি। কাৰণ স্বকীয় বৈশিষ্ট বজাই ৰাখিব নোৱাৰিলে
মানুহ বিশ্বত কেতিয়াও মানুহ হিচাপে জীয়াই থাকিব নোৱাৰে।
সি হব পদলেহন কাৰী কুকুৰ। অসমীয়াৰ এয়া মুঠেই কাম্য নহয়।
সেয়েহে জাতি বৰ্ণ ধৰ্ম নিৰ্বিশেষে অসমবাসীয়ে গঢ়ি তুলিছে অভূতপূৰ্ব

গণ আন্দোলন। অসমবাসীয়ে দেখোন ইয়াৰ বাহিৰে অন্য কোনো গৰ্হিত কাম কৰা নাই যাৰ বাবে প্ৰশাসনে আন্দোলন দমন কৰিবলৈ উঠি পৰি লাগিছে। নিজৰ সান্দহ খোৱা বালি তল যোৱাৰ আশঙ্কাত ৰাষ্ট্ৰকাণ্ডাৰী সকল উৎকণ্ঠিত হৈ পৰিছে, শঙ্কাত অস্থিৰ হৈ পৰিছে আৰু তাৰবাবেই পুলিচ লগাই নীৰিহ জনসাধাৰণৰ ওপৰত দৌৰাত্ম দেখুৱাই সন্ত্ৰাসৰ সৃষ্টি কৰিছে। আন্দোলনকাৰী যুৱকক নাপাই ঘৰৰ বয় বস্তু লণ্ড ভণ্ড কৰিছে। সন্তানক নাপাই পিতৃ-মাতৃক অত্যাচাৰ কৰিছে। নীৰিহ মানুহবোৰক হিটলাৰে ইহুদী নিধন কৰাৰ দৰে শাৰী শাৰীকৈ থিয় কৰাই হত্যা কৰিছে। মুক্তি যুজাৰু স্কুল কলেজৰ শিক্ষক বিশিষ্ট সাহিত্যিক বুদ্ধিজীৱী আনকি অসম সাহিত্য সভাৰ দৰে মহৎ অনুষ্ঠান এটিৰ সন্মানীয় পদাধিকাৰীক সাধাৰণ পুলিচ বিষয়াই 'তই' সম্বোধন কৰি অবাইচ মাতেৰে গালি পাৰি মাৰধৰ কৰিছে। ভৰ যৌৱন প্ৰাপ্ত যুৱকক উলংগ কৰি গুপ্তাংগত বেজি, আলপিনেৰে খুচি আনন্দ উপভোগ কৰিছে। কিন্তু কিমান দিন এই অত্যাচাৰ চলিব? দেশত জানো কল্যাণকামী সমাজ সচেতন ব্যক্তি নাই যি গণতন্ত্ৰৰ এই অধঃপতনগামীতাৰ অৱসান ঘিটাৱে। মানৱীয়তাৰ এই চৰম বিপৰ্য্যয়ৰ বিৰুদ্ধে মুক্তকণ্ঠে প্ৰতিবাদ কৰিব পৰা মানুহ জানো আমাৰ দেশত নাই? সমাজত জানো জোৱাৰ নাহিব যিয়ে সামাজিক মূল্যবোধ অটুট ৰাখি দেশৰ মৰ্য্যদা ভূলুণ্ঠিত হবলৈ নিদিব? আমাৰ অবদমিত মনকথিকাৰৰ জানো কোনো প্ৰতিকাৰ নাই? আছে। নিশ্চয় আছে। সেয়া স্বাভাবিক।

পিছদিনা।

আজি বিশ্ববিদ্যালয়ৰ সকলোবোৰ শ্ৰেণী আৰু কাৰ্য্যালয় বাতিল কৰা হৈছে দহ বজাৰ পৰা বিশ্ববিদ্যালয় পেক্ষাগৃহত এখন প্ৰতিবাদ সভা অনুষ্ঠিত হল। কৰ্তৃপক্ষৰ বিনা অনুমতিত ছাত্ৰাবাসত পুলিচ সোমাই নিৰপৰাধী ছাত্ৰক কৰা অৱৰ্ণনীয় অত্যাচাৰৰ প্ৰতিবাদত হোৱা এই সভাখনত বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী শিক্ষক কৰ্মচাৰী সকলোৱে স্বতঃ-

স্ফূৰ্ত্তিভাৱে যোগ দিছে। মানুহ বোৰৰ চকুত যেন জুইহে জ্বলিছে। প্ৰশাসনৰ কাৰ্য্যত অতিষ্ঠ হৈ অসম প্ৰেমী প্ৰতিজন ব্যক্তিৰে শৰীৰত প্ৰবাহিত হৈছে উষ্ণৰক্তৰ বন্যা। এবাৰ নহয় দুবাৰ নহয় বাৰ বাৰ পুলিচে ছাত্ৰাবাস বেঢ়ি লৈ অবৰ্ণনীয় অত্যাচাৰ কৰিছে। স্বাধীন ভাৰতৰ পুলিচৰ অত্যাচাৰৰ এই নিদৰ্শন বোধহয় বৃটিশ ভাৰততো পোৱা নগৈছিল। বিশ্ববিদ্যালয়ৰ দৰে মহান অনুষ্ঠান বোৰক প্ৰশাসনে যথেচ্ছ ব্যৱহাৰ কৰাটো অকল নিন্দনীয়েই নহয় গৰ্হিতো। বিশ্ববিদ্যালয় এটা স্বতন্ত্ৰীয়া অনুষ্ঠান। বিশ্ববিদ্যালয়ৰ কেতবোৰ নিজস্ব স্বাধীনতা আছে। অথচ সাম্প্ৰতিক অসমৰ প্ৰশাসনে বিশ্ববিদ্যালয়ৰ স্বতন্ত্ৰতাক পাত্তা নিদিয়ে। উপাচাৰ্য্যৰ দৰে পদাধিকাৰীৰ কথাও প্ৰশাসনে গ্ৰাহ্য নকৰা হৈছে। সভাত সভাপতিত্ব কৰা উপাচাৰ্য্যই এই কথাকেই ক্ষোভেৰে ব্যক্ত কৰিছে।

ঠাইৰ অভাৱত পেক্ষাগৃহৰ একেবাৰে শেষৰ ফালে থিয় হৈ আছিল অহীন্দ্ৰহঁত। বিভিন্ন জনে দিয়া বক্তৃতা শুনি শুনি সি তধা লাগি আছিল। তালৈ চাই পিলানিয়ে মাত লগালে 'একো কৰলগীয়া নাই?'

'হুঃ কৰলগীয়া? কৰলগীয়া বহুত আছে। কিন্তু কৈ কিবা লাভ আছে জানো?'

'লাভ লোকচানৰ প্ৰশ্ন কৰিছে কিয়? কবলগাখিনি কৈ দিয়ক। 'লাভ নহলেও লোকচান বোধহয় কাৰো নহব।' পিলানিয়ে কলে।

ক্ষন্তেক মৌনতা অবলম্বন কৰাৰ পিচত অহীন্দ্ৰ মঞ্চলৈ গল। সভাপতিক সম্বোধি তাৰ বক্তব্য আগবঢ়ালে। অহীন্দ্ৰ মঞ্চলৈ যোৱা দেখি বহুত ছাত্ৰ ছাত্ৰীয়ে কৌতুহলেৰে তাক নিৰীক্ষণ কৰিলে। তাৰ মুখনী সুস্ত বক্তৃতা শুনিবলৈ গভীৰ প্ৰত্যাশাৰে আৰু এজনী মানুহে বাট চাই আছিল, সেইজনী হল স্নাতা। স্নাতাই নাজানে তাই কিয় অহীন্দ্ৰৰ প্ৰতি ইমান কৌতুহলী হৈ পৰিছে। তাই বুজি নাপায় কি এক অদ্ভ আকৰ্ষণ ঠিক চুম্বকৰ দৰে তা'ক তাৰ ওচৰলৈ অবলীলা

ক্ৰমে টানি লৈ গৈ আছে। তাইৰ অন্তৰত অহীন্দ্ৰৰ প্ৰতি থকা কৌতুহল আৰু শ্ৰদ্ধাবোৰ যেন নিজস্ব ৰূপত থাকিব খোজা নাই। সেইবোৰ যেন ৰূপ সলনি কৰিব খুজিছে। নাভাবো বুলিও আজি কালি তাই অহীন্দ্ৰৰ কথাই ভাবি থাকে। গধুলি ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰোতে তাই আৰু এজনৰ বাবে ভগবানৰ করুণা ভিক্ষা কৰে। এয়া নিত্য নৈমিত্তিকত পৰিণত হৈছে। অহীন্দ্ৰৰ প্ৰতি থকা তাইৰ শ্ৰদ্ধা আৰু মৰম তাৰ অলক্ষিতে স্নাতাই নিবেদন কৰে। নিবেদন কৰি মনত অপৰিসীম আনন্দ পায়। মন প্ৰাণ পূৰ্ণতাৰ আনন্দৰে আপ্লুত হৈ পৰে।

কিন্তু তাইৰ এই শ্ৰদ্ধা তথা অহীন্দ্ৰৰ প্ৰতি থকা অহৈতুক আকৰ্ষণ প্ৰবালে সহজ ভাবে লব নোৱাৰিলে। প্ৰবাল স্নাতাৰ লʼনি দেহৰ সুবাস লবৰ বাবে সততে উদ্বাউল। পাকে প্ৰকাৰে সি সুযোগ বিচাৰি থাকে। কিন্তু এতিয়া সি দেখিলে যে স্নাতাই তাৰ উপস্থিতিক ক্ৰমে গুৰুত্ব নিদিয়া হৈছে। বৰঞ্চ তাৰ উপস্থিতিক তাই ঘৃণাহে কৰে। তাৰ বক্তব্যবোৰৰ উপলুঙা কৰে। প্ৰবালে অনুধাৱন কৰি দেখিলে যে স্নাতাৰ এই আচৰণৰ বাবে দায়ী অহীন্দ্ৰ। সিয়েই যত কুটৰ ঘাই। সেয়েহে প্ৰবাল অহীন্দ্ৰৰ ওপৰত সততে নাৰাজ হৈ থাকে। অহীন্দ্ৰৰ বিৰুদ্ধে সি স্নাতাক লগালে তুমি অহীন্দ্ৰৰ সতে ঘণিষ্ঠতা বন্ধ কৰা স্না। সি এটা মস্ত বʼৰ। কিতাপ, ভায়োলিন আদিৰ মাজত সোমাই থকা এটা জড় পদাৰ্থ। ইউনিভাৰচিটিৰ ছাত্ৰ এজনৰ থাকিব লগীয়া স্মাৰ্টনেছ তাৰ নাই।' প্ৰবালে আৰু কৈছিল, কোনো লাভ নাই জীৱনটো এইদৰে স্পইল কৰাৰ। হাততে পোৱা লাগ,জাবিয়াছ 'লাইফ' এনজয় নকৰি মিচাই আদৰ্শৰ পিচত ঘুৰি যুবাটো মূৰ্খামিৰ বাহিৰে অইন একো নহয়।'

প্ৰবালৰ কথাই স্নাতাৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পৰা নাছিল। এই ক্ষেত্ৰত তাই আছিল সম্পূৰ্ণ নিৰ্বিকাৰ। প্ৰবালৰ বক্তব্যৰ সহাৰিও তাই দিয়া নাছিল কিন্তু তাই অনুভৱ কৰিছিল যে

অহীন্দ্ৰ তাইৰ বাবে অধিক আকৰ্ষণীয় হৈ উঠিছে। অহীন্দ্ৰৰ সতে অনাবিল ঘনিষ্ঠতা স্থাপন কৰিবলৈ তাইৰ মনত অদমনীয় স্পৃহা জাগি উঠিছে। অহীন্দ্ৰক জানিবলৈ, বুজিবলৈ আৰু জানিবুজি তাৰ হৃদয়ত প্ৰবেশ কৰিবলৈ তাই প্ৰবালৰ বিৰুদ্ধে যেন মুক্ত কণ্ঠে জেহাদ ঘোষণা কৰিলে।

সেয়েহে স্নাতাই আনদিনাৰ দৰে আজিও অহীন্দ্ৰৰ প্ৰতিটো কথাই গভীৰ মননশীলতাৰে শুনি গল। অহীন্দ্ৰই কৈছিল 'এনেকৈ নহৰ শ্ৰদ্ধাস্পদসকল, নিজৰ অস্তিত্বৰক্ষাৰ বাবে কৰা প্ৰতিবাদ ধ্বনি যদি ৰাষ্ট্ৰকাণ্ডাৰীসকলে নুশুনে, শুনিও নুশুনাৰ ভাও ধৰে, নিজৰ মানবীয় তথা জাতীয় অস্তিত্ব ৰক্ষাৰ্থে আগবাঢ়োতে যদি অমানুষিক অত্যাচাৰৰ সন্মুখীন হব লগা হয় মানুহক যদি ইতৰ পশুৰদৰে ব্যৱহাৰ কৰে তেন্তে আমি সহ্য নকৰো। আৰু সেয়েহে, ঠিক এনেকৈ তীব্ৰ, ঘৃণা, লাঞ্ছনা আৰু অবাঞ্ছিত শোষণ তথা অত্যাচাৰৰ বলি হৈ অহল্যাৰ দৰে নীৰবে সহি থাকিবলৈ আমি অপাৰগ। আমি নাথাকো। আমাৰ অধঃপতিত গণতন্ত্ৰ আমি পুনৰ প্ৰতিষ্ঠা কৰিব লাগিব। আমাৰ আৰ্ত্তনাদ যদি অৰণ্যৰোদন হৈ পৰে তেন্তে আমি ইয়াৰ প্ৰতিবাদ বিছাৰিব লাগিব। এয়াই সময় দাসত্বৰ শিকলি চিগাৰ। স্বাধীনোত্তৰ তিনিটা দশক জুৰি পাই অহা প্ৰতাৰণাৰ অৱসান লাগে। স্বৈৰ-তন্ত্ৰীৰ ইংগিতত চলা সোলোক ঢোলোক ৰাষ্ট্ৰ যন্ত্ৰৰ অমানবীয় কাৰ্য্য-ক্ৰমনিকাৰ অৱসান আমিয়েই ঘটাব লাগিব। অপাৰেচন টেবিললৈ আগবঢ়া আমাৰ জাতীয় জীৱনৰ প্ৰগতিৰ হুকে আমি যদি নিজকে 'চেক্ৰিফাই' নকৰো তেন্তে বিশ্বৰ শৰীৰত আনি বিকলাঙ্গ অঙ্গৰূপে বোজা হৈ থাকিব লাগিব। আমি ... ... আৰু বহুত কিবাকিবি কৈছিল অহীন্দ্ৰই। তাৰ পিছত নিশব্দে মঞ্চৰ পৰা নামি আহিছিল। হাত চাপৰিত প্ৰেক্ষাগৃহ গমগমাই উঠিছিল।

'কংগ্ৰেচ্চেন মিষ্টাৰ গগৈ, আপোনাৰ বক্তব্য সচাই প্ৰণিধানযোগ্য।' পিলানিয়ে অহীন্দ্ৰৰ হাত এখন মুঠি মাৰি ধৰি কলে। বাকীবোৰেও

মন্তব্য আগবঢ়ালে। কিন্তু স্নাতাই একো নকলে। মাথো অকণমানি ৰুমালখনেৰে কপালত লাগি থকা বিন্দু বিন্দু ঘামৰ টোপালবোৰ মচি থকা অহীন্দ্ৰলৈ এক সবুজ চাবনিৰে চাই ৰল অহীন্দ্ৰৰ অগ্নিবৰষা কথাবোৰ তাইৰ মনত অলেখ ভাবৰ উদ্ৰেক কৰিলে। তাই ঠাইতে নিতাল মাৰি বৈ গল।

সভা ভঙ্গৰ পিচত সিহঁত কেইজন পেক্ষাগৃহৰ পৰা ওলাই আহিল। অহীন্দ্ৰৰ পিয়াহ লগাত সি কলে, 'এক্সকিউজ' মি প্লিজ, মোৰ খুউব পিয়াহ লাগিছে, কেন্টিনত এগিলাচ পানী খাওঁ।' অহীন্দ্ৰৰ কথা শুনি প্ৰদ্যোতে মাত লগালে 'কেন্টিনলৈ যাবা নেকি, তেন্তে বোল আমিও খাওঁ, চাহ একাপৰ আবশ্যকতা বাৰুকৈয়ে অনুভৱ কৰিছো।'

'সচাই প্ৰদ্যোত দা' বিনুৱে কলে। মিটিংৰ শেষৰ ফালে মোৰ ইমান হাঁহি আহিছিল যে মই নিজেই লাজ পাইছো। 'বোলক চাহ একাপ খাই সুস্থ হৈ লওঁ।'

সিহঁত কেইজন কেন্টিনত সোমাল আৰু চাহ খাবলৈ বহিল। এনেতে ধুমুহা এচাটিৰ দৰে হুৰমুৰকৈ প্ৰবাল সিহঁতৰ ওচৰলৈ পোনাই আহিল।

'হাই স্না! আৰে ইয়াতেই বহি আছা! ইফালে মই চাৰা অডিটৰিয়াম বিছাৰি চলাথ কৰিছো।' কৈ কৈ প্ৰবালে অনতিদূৰত থকা চকীএখন চোচঁৰাই আনি স্নাতা আৰু বিনুৰ কাষতে বহিল।

'কিয় বিছাৰিছিল?' নিৰ্লিপ্ত সুৰত স্নাতাই সুধিলে। আচৰিত হোৱা যেন দেখুৱাই প্ৰবালে কলে 'কিয় মানে, স্নাছতো নাই গতিকে এখন চিনেমাকে চালোহেঁতেন। বেষ্ট চান্স আছিল। তুমি চব স্পইল কৰি দিলা।'

'বেষ্ট চান্স? কি কৈছে আপুনি এইবোৰ? আজি এই পৰিস্থিতিত আপোনাৰ চিনেমা চোৱাৰ প্ৰস্তুতি আছে?' কপালৰ ভ্ৰূযুগল ঈষৎ বঙ্কিম কৰি স্নাতাই সুধিলে।

'কি আজে বাজে কথাবোৰ বলকিছা?' প্ৰবালৰ কথাত উষ্মা।

'আজে বাজে !' স্নাতাই স্বগতোক্তি কৰিলে। তাৰ পিচত প্ৰবাললৈ চাই কলে 'আপুনি কি আচৰিত মানুহ প্ৰবালদা ? আপোনালোকৰ লগৰেই লৰা এৰেষ্ট কৰিছে পুলিচে কোবাই হস্পিতেলাইজ কৰিছে আৰু আপুনি এতিয়া তেওঁলোকৰ কথা নাভাবি চিনেমা চোৱাৰ প্লেন প্ৰোগ্ৰাম কৰি আছে ?'

'বাদ দিয়া সেইবোৰ, লৰা এৰেষ্ট কৰিছে তাতে কি হল। কিমান দিন চৰকাৰে জেলত পুহিব ! দুদিন পিচতেই এৰি দিব। তাৰ বাবে ইমান মূৰ ঘমোৱাৰ কোনো আৱশ্যক নাই।

প্ৰবালৰ কথা শুনি মৌনভাৱে চাহ খাই থকা অহীন্দ্ৰৰ সহ্য নহল, চাহৰ কাপটো টেবিলত থৈ সি মাত দিলে, 'আপোনাৰ নহব পাৰে কিন্তু মিচ বৰুৱাৰ আছে।'

'আচ্ছা হয় নেকি ? মই জনাই নাছিলো। তুমি বাৰু স্নাতাৰ পি. এ. নেকি' অবজ্ঞাসূচক ভঙ্গীত ভ্ৰূকুটিৰ হাঁহি মাৰি প্ৰবালে কলে। 'আৰু আজিকালিটো তুমি ইউনিভাৰ্চিটি কেম্পাচত হিৰো বনি গৈছা। শুনিছো, আজিও হেনো খুউব গৰম লেকচাৰ দিলা। ভাল হৈছে দেই ফিল্ড বাঢ়িল।' প্ৰবালৰ কথা শুনি পিলানিয়ে কলে, 'এটা কথা চোধুৰী এইখন বিশ্ববিদ্যালয়ৰ কেন্টিন, সাপ্তাহিক বজাৰৰ চাহ দোকান নহয়, ইযাত বহুতো সম্মানীয় আৰু উচ্চশিক্ষিত ব্যক্তিয়ে চাহ খাই আছে অগ্ৰজ অনুজ ছাত্ৰ ছাত্ৰী আছে। গতিকে কথা-বতৰা হওঁতে শালীনতা ৰক্ষা কৰি চলিব লাগে।'

'গুলী মাৰ শালীনতা।'

'আৰু আপুনি স্বীকাৰ কৰিবই লাগিব গগৈৰ এটা 'পজিচন' আছে।'

'আৰে বন্ধ কৰ লেকচাৰ। পজিচন ? তাৰ কিহৰ পজিচন বে ? তহঁতৰ দৰে মানুহৰ আকৌ পজিচন ? থু !'

প্ৰত্যুত্তে প্ৰথমে মতা নাছিল কিন্তু প্ৰবালৰ কথাই মাত্ৰা অতিক্ৰম কৰাত সিও ক্ৰোধান্বিত হৈ পৰিল 'প্ৰবাল বন্ধ কৰা, বহুত হৈ গৈছে।'

প্ৰবালে হয়তো প্ৰত্যুত্তৰকো কিবা কলেহেঁতেন এনেতে স্নাতাই মাত লগালে 'ছিঃ প্ৰবালদা, আপুনি ইমান নেৰমাইণ্ডেদ। পি.জি. ষ্টুডেণ্ট হৈ এতিয়াও বিহেভিয়াৰ ভালকৈ শিকিব নোৱাৰিলে।' তাৰ পিচত অহীন্দ্ৰলৈ চাই কলে 'মোক ক্ষমা কৰিব গগৈ, সকলো দোষ মোৰেই। বেয়া নাপাব।'

'নাই নাই বেয়া পাম কিয় ?' হাঁহি হাঁহি অহীন্দ্ৰই উত্তৰ দিলে।'

কাউণ্টাৰত পইচা দি সিহঁত কেণ্টিনৰ পৰা ওলাই আহিল। স্নাতা আৰু প্ৰবালৰ বাহিৰে বাকী কেইজনে থানৰ দেৱতা থানে থানে গুচি গল। স্নাতাও যাব খুজিছিল কিন্তু প্ৰবালে বাধা দিলে, 'তোমাৰ সতে মোৰ কথা আছে স্না। আশা কৰো শুনিবা।' স্নাতা ৰল। তাৰ পিচত প্ৰবালে মটৰচাইকেলত ষ্টাৰ্ট দি স্নাতাক কলে 'উঠা অলপ বাহিৰলৈ যাও।'

'কলৈ ?' স্নাতাৰ চকুৱে মুখে ঔৎসোক্য।

'বেছি দূৰলৈ নহয়। ওচৰতে কৰবাত বহিম।'

খোৱা উকৱাই বায়ুবেগেৰে প্ৰবালৰ মটৰ চাইকেল চলিল। বিশ্ববিদ্যালয় চৌহদ পাৰহৈ শৰাইঘাট দলঙৰ ফালে আগবাঢ়িল। দলঙলৈ উঠা ৰাষ্টাৰ দাঁতিত মটৰ চাইকেল ৰাখি দুয়ো ৰাষ্টাৰ এচলীয়া বননিত বহি পৰিল। তেতিয়া আবেলি। অস্তগামী সূৰ্যৰে পশ্চিম প্ৰান্তত হেঙুলী আভা চটিয়াইছে। আকাশত বাহলৈ উভটা জাক জাক বগলী আৰু বনৰীয়া হাঁহ। তলত ব্ৰহ্মপুত্ৰ। শুকুলা চাদৰ এখনৰ দৰে পৰি আছে। শুভ্ৰ বাৰিধাৰা মৃদুমন্দ তৰঙ্গৰে তৰঙ্গায়িত। অস্তগামী সূৰ্যৰ নিস্তেজ কিৰণমালাৰে সোণালী হৈ পৰা দুই পাৰৰ গছ লতিকাই যেন বাবা ব্ৰহ্মপুত্ৰৰ চৰণ যুগলৰ ওচৰত বহি সন্ধ্যা আৰতিৰ প্ৰস্তুতি চলাইছে। ব্ৰহ্মপুত্ৰৰ পানীত ভটিয়াই গৈ থকা পালতৰা ডিঙা এখনলৈ নিবিষ্ট মনে চাই থকা স্নাতাক উদ্দেশ্যি প্ৰবালে কলে 'তুমি অহীন্দ্ৰৰ সতে বৰকৈ ফেটিপেটি কৰিব ধৰিছা দেখোন, কাৰণ কি ?'

প্ৰবালৰ প্ৰশ্নৰ উত্তৰত স্নাতাই কলে 'আপুনি অহীন্দ্ৰক ইমান বেয়া পায় কিয় ?'

'কোনে কলে বেয়া পাও বুলি ? তাকতো মই বেয়া নাপাও, কিন্তু তাৰ গোৱাঁৰ চৰিত্ৰ মোৰ ভাল নালাগে। আজিৰ দিনটো এনে লৰা থাকিব পাৰে বুলি মই ধাৰণাই কৰিব পৰা নাছিলো। ডেকা লৰা এজনে আদৰ্শৰ পিচত ঘূৰা অবাস্তৱ কথা।'

'অৰ্থাৎ অহীন্দ্ৰই আপোনাৰ দৰে দাদাগিৰি কৰি ফুৰাটো আপুনি বিছাৰে।'

'মই ঠিক সেইদৰে কৰিব কোৱা নাই। কিন্তু অলপ ৰোমান্টিক আৰু স্মাৰ্ট হোৱা দৰকাৰ।'

'আৰু অহীন্দ্ৰই আপোনাৰ মতে নচলা বাবে আপুনি তেওঁক বেয়া পায় ?'

'লেট্ ডেম গো ! এইবোৰ বাদ দিয়া। খুলাখুলিকৈ কবলৈ হলে মই তোমাক অহীন্দ্ৰৰ সতে ঘূৰা ফিৰা কৰাটো বাঞ্ছা নকৰো।' তাৰ পিচত স্নাতাৰ হাত এখন মুঠি মাৰি ধৰি প্ৰবালে কলে 'বিশ্বাস কৰা স্না, মই তোমাক ভাল পাওঁ। সচাকৈ ভাল পাওঁ। আই লাভ ইউ ফ্ৰম মাই বটম অৱ দা হাৰ্ট।' স্নাতাই হাঁহিলে। 'আই লাভ ইউ বাক্যটো বহুত সস্তীয়া হৈ গৈছে প্ৰবালদা। এজনী বেশ্যাকো তাইৰ গ্ৰাহকে আই লাভ ইউ বুলি কয়, কিন্তু তাত আন্তৰিকতা থাকেনে ? আৰু সেই ভাল পোৱাৰ স্থায়ীত্বই বা কিমান ?'

'হোৱাট ডু ৱাণ্ট টু মিন ?' স্নাতাৰ কথা শেষ নৌহওতেই প্ৰবালে সুধিলে। প্ৰত্যুত্তৰত স্নাতাই কলে, 'আই ৱাণ্ট টু ছে ডেট লাভ ইজ নট এ গেম। আৰু গুনক জোৰ কৰি আপুনি কাকো ভাল পাব নোৱাৰে। মোকো নোৱাৰে। কাৰণ মোৰো এটা কেন্দ্ৰীয় মন আছে, সত্তা আছে। স্বতস্ফুৰ্ত্ততাৰ অধিকাৰ আছে। মই কাৰো ইংগিতত চলিব নোৱাৰো। আৰু শুনক মই কক্ষপথৰ পৰা বিচলিত হোৱা উল্কাপিণ্ড নহয়। কক্ষপথত সংলগ্ন এটি নক্ষত্ৰহে। মই মোৰ কক্ষ-

পথতহে সদায় বিচৰণ কৰিম।' 'তুমি কাৰ কক্ষপথত বিচৰণ কৰা সেয়া মোৰ বিচাৰ্য্য বিষয় নহয়। মই মাত্ৰ তোমাক ইয়াকে সকিয়াই দিও যে তুমি অহীন্দ্ৰৰ সতে মিত্ৰআপ কমাই দিয়া।'

আৰু যদি বঢ়াই দিও।'

"চাট আপ। আৰু কথা নকবা। মই তোমাক ভালৰ কাৰণেই কৈছো কাৰণ তুমি নাজানা অহীন্দ্ৰৰ মগজুৰ স্থিৰতা নাই, সি এটা হাফমেদ।"

অহীন্দ্ৰ হাফমেদ? সচা জানো? স্নাতাই মনতে জুকিয়াই চালে। দেউতাকৰ টকাৰ গৌৰৱত ওফন্দি উঠা প্ৰবাল নামৰ নষ্ট চৰিত্ৰৰ লৰাজনৰ মুখত অহীন্দ্ৰ নামৰ শান্ত আৰু অস্বাভাৱিক ভদ্ৰ লৰাজনৰ বিষয়ে পুভোস্চক মন্তব্য শুনি স্নাতাৰ অহমিকাত আঘাত লাগিল। তাই মনৰ তুলাচনীত জুখি চালে পাগল কোন? অহীন্দ্ৰ নে প্ৰবাল? যি জন লৰাৰ ভৱিষ্যতৰ আশা নাই, কোনো প্লেন নাই জীৱনৰ কোনো মিশন নাই, সেই জন লৰাক পাগল নুবুলি অহীন্দ্ৰৰ দৰে উজ্বল লৰাজনক পাগল বুলি কোনো বিবেকবান মানুহেই নকয়। ইতৰ পশুৰ দৰে পেট আৰু যৌনক্ষুধা নিবাৰণেই যাৰ জীৱনৰ প্ৰধান সমস্যা, সমাজ সম্পৰ্কে যাৰ ধাৰণা তেনেই ক্ষীণ, বিশ্ব শিক্ষা সম্পৰ্কে যি নেতিবাচক মনোভাব প্ৰকট কৰে সেইজন মানুহ কোনো ব্যক্তি নাইবা সমাজৰ হিতাকাংখী হব নোৱাৰে। প্ৰবাল এটা হিংস্ৰ পশু। তাৰ বাহু বন্ধনত নিজকে এৰি দিয়া মানে জুইত চগা জাহ দিয়া। প্ৰবালৰ প্ৰতি থকা তাইৰ ঘৃণা এই মুহূৰ্ত্তত দুগুণ বৃদ্ধি হৈ সমগ্ৰ দেহৰ ৰক্তে ৰক্তে প্ৰবাহিত হল, মুখমণ্ডলত তাৰ পূৰ্ণ প্ৰতিফলন দেখা গল। স্নাতাৰ কঁকালৰ ওপৰৰ বিবস্ত্ৰ অংশতে হাত ফুৰাবলৈ উদ্যত হোৱা প্ৰবালৰ হাতখন এডাল বিষাক্ত বিছাৰ দৰে লাগিল। হাতখন সজোৰে আতৰাই স্নাতা থিয় হল আৰু কাপোৰ কানি ঠিক কৰি প্ৰবালক কলে 'স্ত্ৰীত দেখি হুস বোলক যাওগৈ।

'এতিয়াই ? বহাছোন আৰু অলপ।' প্ৰবালে স্নাতাৰ হাত এখনত ধৰি জোৰকৈ বহুৱাই দিব খোজাত স্নাতাৰ খং উঠিল। কিন্তু বাহিৰত সেই খং প্ৰকাশ নকৰি যথেষ্ট সংযত হৈ কলে 'এক্সকিউজ মি প্ৰবাল-দা, গাটো বৰ বেয়া লাগিছে। মুৰটোও অসম্ভৱ বিষাইছে, বোলকনা যাওগৈ।'

উপায়ন্তৰ হৈ প্ৰবাল উঠিবলৈ বাধ্য হল। পোষ্ট অফিচৰ ওচৰত স্নাতাক নমাই প্ৰবালে গুৱাহাটী অভিমুখে মটৰ চাইকেল চলাই দিলে। স্নাতা ফুটপাথেৰে খোজকাঢ় হোষ্টেল মুখী অগ্ৰসৰ হল।

তাইৰ খোজৰ স্থিৰতা লোপ পাইছে। মুখমণ্ডল চিন্তাক্লিষ্ট। শৰীৰত অবসাদ। ভাগৰুৱা সৈনিকৰ দৰে চেৰ মেৰকৈ আগবাঢ়িছে। বিশ্ববিদ্যালয় চৌহদ এতিয়া তৎপৰ হৈ উঠিছে। ফুটপাথত মানুহৰ ভিৰ। ছাত্ৰ শিক্ষক সকলো মুকলি মনেৰে সান্ধ্যভ্ৰমণৰ বাবে ওলাই আহিছে। নিজৰ ঘৰখনত তথা কামত এৰি থৈ অহা ভাৱনা চিন্তা তথা দুখ শোক আৰু সমস্যাবোৰ পাহৰি হাঁহি মাতি কথা পাতিছে। ডেকা গাভৰুৰ হাঁহিৰ উল্লাসে জালুকবাৰীৰ সমীৰণ কপাই তুলিছে। জালুক বাৰী হৈ পৰিছে প্ৰহেলিকাময় সপোন পুৰী। ঠিক যেন সাধুকথাৰ ৰাজকুমাৰ ৰাজকুমাৰীৰ প্ৰমোদ উদ্যান। যত বৈ আছে মাথো হাঁহি আনন্দ আৰু প্ৰেমৰ আনন্দ মুষল ধাৰা।

——

## -আঠ-

'চালা চুহেৰ কা বাচ্চা।' ঘৃণাত থুৱাই দিলে পিলানিয়ে।' 'চালা এই দুনীয়াখন এই ফাঁকী প্ৰহসন। ইজনে সিজনক ব্লেক মেইল কৰে। টকা নহলে এই দুনীয়াত একো নহয়। মান মৰ্য্যদা, শিক্ষা, নৈতিকতা আদিৰ একেবাৰে মূল্য নাই।'

'কি হল বাছফৰ, ইন্টাৰভিউ দিলে নে নাই?' অহীন্দ্ৰই সুধিলে।

'কি হব আৰু, সেই একেই নাটৰ পুণৰাভিনয়' বিতৃষ্ণাৰে কলে পিলানিয়ে।

'কিয় ইন্টাৰভিউ নহল নেকি?' শঙ্কৰে সুধিলে।

'হল। তাতকৈ নোহোৱাই ভাল আছিল। চাকৰি কোনোবা ভাগ্য-বানে আগতেই লৈ থৈছে ভাগৰতী। মাত্ৰ আমাৰ দৰে হা-চাকৰি হা-চাকৰি বুলি হাহাকাৰ কৰি থকা বিক্ষিপ্ত যুৱকবোৰক সান্ত্বনা দিবলৈ ইন্টাৰভিউ পৰৰ আয়োজন'। কথাখিনি কৈ ক্ষন্তেক বল পিলানি, তাৰ পিচত এটা চিগাৰেট জ্বলালে। কেইটামান বজ্ৰহোপা দি এসোপা-মান ধোৱা নাকে মুখে উকৱাই সি পুণৰ কবলৈ ধৰিলে 'এতিয়ালৈ ইন্টাৰভিউৰ নামত কিমান খৰচ কৰিলো সেই টকাৰে যদি মই সৰুকৈ দোকান এখন দিলোহেতেন তেন্তে সেয়ে মোৰ জীয়াই থকাৰ পথ মুকলি কৰিলেহেঁতেন। অফিচে আফচে এপ্লিকেচন দি, ট্ৰেজাৰী চালান কাটি তাৰ পিছত ইন্টাৰভিউৰ বাবে ৰাতি দুপৰলৈ পঢ়া শুনা কৰি মগজু ঘোলা কৰাৰ বাহিৰে অন্য কোনো লাভ হোৱা নাই। তাৰ পিচত পিলানিয়ে আজি দিয়া ইন্টাৰভিউৰ সমস্ত বৰ্ণনা অহীন্দ্ৰ আৰু শঙ্কৰৰ আগত অদ্যোপান্ত বিবৰি কলে।

অসম চৰকাৰৰ বিশেষ বিভাগ এটাত এক্সটেন্সন অফিচাৰৰ পদ দুটাৰ বাবে এই ইন্টাৰভিউ হৈছিল। মুঠ প্ৰাৰ্থী আছিল দেৰশ, অৰ্হতা

বিচাৰিছিল স্নাতক কিন্তু তাৰ দুই তৃতীয়াংশই আছিল স্নাতকোত্তৰ ডিগ্ৰীধাৰী।

ইন্টাৰভিউ কক্ষত দুজন ব্যক্তি বহি আছিল, এজন কোট টাই পৰিহিত ভাৰতীয় চাহাব, আনজন ধুতি পাঞ্জাবী পৰিহিত থুলন্তুৰ পুৰুষ, বোধহয় বিজ্ঞ ৰাজনীতিবিদ। মন্ত্ৰী তন্ত্ৰীও হব পাৰে। মাহেকে পাখেকে সলনি হোৱা মন্ত্ৰীবোৰক পিলানিয়ে চিনি পাব কেনেকৈ ?

'কি নাম তোমাৰ ?, কোট টাই পিন্ধা চাহাব জনে পিলানিক সুধিছিল। খুউব নম্ৰ কৰি ম্লান হাঁহি এটি মাৰি পিলানিয়ে উত্তৰ দিলে' ।

'মোৰ নাম পিলানি ৰাছফৰ চাৰ।'

'অ', তুমি নেতৰৰ লৰা, ঘৰ কত ?'

'জালুকবাৰীত চাৰ।'

'কিমানলৈ পঢ়িছা ? আই মিন তোমাৰ কোৱালিফিকেচন ?' তলমূৰকৈ কিবা লিখি থকাৰ পৰাই নেতাই সুধিলে।

'এইবাৰ এম. এ. ফাইনেল দিছো চাৰ।'

'চাবজেক্ট ?'

'ইকোনোমিক্স।'

'তাৰমানে তুমি এজন অৰ্থনীতিবিদ। আচ্ছা, অসম অৰ্থনৈতিক ভাবে পিচপৰা ৰাজ্য বুলি তুমি ভাবানে ? যদি ভাবা তেন্তে ইয়াৰ কাৰণ কি ?'

'অসমখন অৰ্থনৈতিক ভাবে পিচপৰা ৰাজ্য বুলি মই ভাবো চাৰ।' পিলানিয়ে কলে। কেন্দ্ৰীয় চৰকাৰৰ অবহেলাৰ বাবেই অসমৰ অৰ্থনৈতিক অৱস্থা দুখ লগা হৈ আছে চাৰ। অসমত বহুতো সম্পদ আছে কিন্তু এইবোৰৰ সদ্ব্যবহাৰ হোৱা নাই। বিখিনি উদ্যোগ গঢ়ি উঠিছে সেই সকলোখিনি বাহিৰৰ উদ্যোগ পতিৰ হাতত। উদ্যোগপতি বোৰে থলুৱা মানুহক নেওচা দি পাভচোচাৰে ধন পইচা লুটি নিয়াত লাগিছে। আমাৰ মানুহে ন্যায্যপ্ৰাপ্য কতো পোৱা নাই … …

'ৰবা ৰবা একেবাৰে মুখস্থ মাতি গৈছা দেখোন।' চাহাৰে কলে। নেতাই আকৌ সুধিলে 'অসম আন্দোলনে অসমৰ অর্থনৈতিক গাথনি দুর্বল কৰা নাই নে?

'দুর্বল অৱশ্যে কৰিছে। কিন্তু সিমান গুৰুতৰ নহয়। আৰু বছৰ বছৰ ধৰি কৰি অহা শোষণৰ তুলনাত দুটা বা তিনিটা বছৰৰ ক্ষতি একেবাৰেই নগন্য' পিলানিয়ে কলে।

'তুমি বিদেশী বহিস্কৰণ আন্দোলন সমর্থন কৰা?' চাহাবে সুধিলে।

'হয় চাৰ কৰো। অসমৰ বতাহ পানীৰে পুষ্ঠ মোৰ দেহ মন অসমী আইৰ সন্মান ৰক্ষার্থে উচৰ্গা কৰাটো মোৰ নৈতিক কর্ত্তব্য চাৰ। কাৰণ মোৰ জন্ম ইয়াতে আৰু এই মাটিতেই বিলীন হবও ইচ্ছা কৰো।'

'আন্দোলন কৰিবলৈ তোমালোকক কোনে টকা দিয়েছে' ভ্ৰূযুগল সংকুচিত কৰি নেতাই কলে। 'আমি মিটিং এখন কৰিলে মানুহ নাপাও মিটিঙলৈ আনা মানুহক হাজিৰা দিওতে লাখ লাখ টকা খৰচ হয় কিন্তু তোমালোকে যে ইমান মানুহ গোটোৱা ইয়াৰ বাবে টকা পোৱা কত?'

'চাৰ, নিজৰ জাতীয়ত্ব ৰক্ষার্থে আগবাঢ়োতে কোনো বিবেকবান মানুহেই প্ৰতিদান নিবিছাৰে। আন্দোলনত অংশগ্ৰহণ কৰা প্ৰতিজন আবালবৃদ্ধ বণিতাই স্বতস্ফূর্ত্তভাৱে আগবাঢ়ে কাকো বাইফোর্চ নিব লগা নহয়। ,গতিকে এই ক্ষেত্ৰত টকা পইচা লেনা দেনাৰ প্ৰশ্ন জড়িত হবই নোৱাৰে। পিলানিৰ উত্তৰ শুনি প্ৰশ্নকৰ্ত্তা নেতাজন খন্তেক তভক মাৰি বল,।

এইবাৰ চাহাবে সুধিলে—'হোৱাট ইয়াৰ মাডাৰ লেংগুৱেজ?'

'মোৰ মাতৃভাষা হিন্দি চাৰ। অৱশ্যে মই অসমীয়া মাধ্যমত পঢ়াশুনা কৰিছো আৰু দৈনন্দিন জীৱনত মই অসমীয়া ভাষাই ব্যৱহাৰ কৰো।'

পিলানিৰ উত্তৰ শুনি চাহাবে কলে—'ভেৰি গুড' বৰ ভাল কথা

বাক প্ৰাচীন অসমীয়া চাহিত্যিক একজনৰ নাম সোধোঁচোন।'

'মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ' পিলানিয়ে কলে।

'চঙ্কৰদেৱ।' নেতাই মুখতে আওঁৰালে তাৰ পিচত পিলানিলৈ চাই সুধিলে 'চঙ্কৰদেৱ কোন কলেজৰ প্ৰিন্সিপাল আছিল।'

প্ৰশ্ন শুনি থমকি বৈ গল পিলানি। ইণ্টাৰভিউ লবলৈ গৈ নেতাৰালি আৰম্ভ কৰা বৰমুৰীয়া দুজনৰ কাৰ্যকলাপে পিলানিৰ দেহত পিৰ্ৰপিৰণি তুলিলে। ধৈৰ্য্যৰো সীমা আছে কিন্তু তাৰ এই সীমা চেৰাই গল। অসমীয়া জাতিৰ চিৰনমস্য গুৰুজনাক লৈ মস্কৰা আৰম্ভ কৰাত এক অনামী ক্ৰোধে তাক তেনেই কাবু কৰি পেলালে। কৰ নোৱাৰাকৈ তাৰ মুখৰ পৰা ওলাই আহিল এষাৰ অশ্লীল গালি।

'চাল্লা চুৰৰ কা বাচ্ছা'।

'হোৱাট ?' জাপিয়াই উঠিল নেতা। জপিয়াই উঠিল চাহাব।

'হোৱাট ইউ আৰ চেয়িং ?'

'ইউ ৱাণ্ট টু ৰিবিউক আছ ?'

মূৰ দুপিয়াই পিলানিয়ে উত্তৰ দিলে—'এক্‌জেক্‌লি কৰেক্ত।' 'ইউ ৰাস্কেল। গেট আউট, ইমিডিয়েটলি গেট আউট। নেতাই বহাৰ পৰা উঠি বক্তব্যখিনি কাৰ্য্যত সম্পন্ন কৰিবলৈ তাৰ ডিঙিত ধৰি গচকিয়াই দিবলৈ উদ্যত হওতে পিলানি আৰু বৈ নাথাকিল এটা প্ৰচণ্ড ঘোচাৰে নেতাক সম্ভাষণ জনালে। নেতা মজিয়াত চিত ভোঁডালা খাই পৰিল। সোণকাপেৰে কথা কোৱা মুখেৰে হোলোকা হোলোকে তেজ বাহিৰ হল। আচম্বিতে সংঘটিত আক্ৰমণত চাহাবো অপ্ৰস্তুত হৈ পৰিছিল, দামুৰি তেকৰা গাইৰদৰে চাহাবে আত্ৰাণ বিত্ৰাণকৈ চিঞৰি উঠিল। 'বাহাদুৰ ইধৰ আও। জলদি আও।

চাহাবৰ আটাহ শুনি অকল বাহাদুৰেই নহয়, পিয়ন চাপ্ৰাচীকে আদি কৰি অফিচৰ বৰবাবু পৰ্য্যন্ত আহি চাহাবৰ কোঠাত উপস্থিত হল, সকলোৱে মিলি পিলানিক কৰায়ত্ত কৰিলে। ফোন কৰাৰ পিছত পুলিচ আহিল আৰু পিলানিক থানালৈ লৈ গল। নেতাকো

লৰালৰিকৈ হস্পিতললৈ লৈ গল। ইফালে ইন্টাৰভিউ পৰ্বৰো সিমানতে সামৰণি পৰিল।

সম্পূৰ্ণ আঠঘণ্টা থানাৰ লকআপত পুলিচৰ প্ৰহাৰত অতিষ্ঠ হোৱাৰ পিচত অধ্যাপক অমলেশ ব্ৰহ্মৰ ব্যক্তিগত জামিনত পিলানিয়ে খালাচ পালে। ড. ব্ৰহ্মৰ প্ৰাইভেট কাৰ খনতে পিলানি ঘৰলৈ উভটিল। লগত অহীন্দ্ৰ, শঙ্কৰ আৰু স্নাতকোত্তৰ মহলাৰ দুজন ছাত্ৰ। তাৰে এজন পি. জি. এচ. ইউ. ৰ সহকাৰী সাধাৰণ সম্পাদক। উভটি আহোতে বাটে বাটে পিলানিয়ে ঘটনাৰ আদ্যোপান্ত বিবৰি কলে। ড. ব্ৰহ্মই শুনিলেহে, কোনো মন্তব্য নিদিলে, দিয়াৰ আৱশ্যকতা বোধ নকৰিলে কাৰণ চাকৰি বিচাৰি হাবুদাবু খোৱা পিলানিক এই ক্ষেত্ৰত দোষ দিলাভ নাই আৰু পিলানিৰ কথাৰ সত্যতা সম্পৰ্কে তেওঁৰ অকণো সন্দেহ নাই। প্ৰতিটো কথাই সত্য, নিৰ্ভেজাল। সমস্ত সমাজখনকেই যে দুৰ্নীতিয়ে অক্টোপাছৰ দৰে মেৰিয়াই ধৰিছে সেই কথা ড. ব্ৰহ্মই নজনা নহয় জানে। তেওঁ ইয়াকো জানে যে পিলানিহঁতে ফাকী বুজিব পৰা হৈছে। কোনো প্ৰলোভনেই সিহঁতক টলাব নোৱাৰে। অকল পিলানিয়ে নহয় চাকৰি হতাশ হৈ বহু যুবকেই গাদীত বহি বক্তৃতা কৰা নেতা তথা বিষয়াবোৰক টেটুত চেপি ধৰিবলৈ ভয় নকৰা হৈছে, সৰু সৰু বুলি অবদমিত কৰি ৰাখিব খোজা মানুহবোৰেও জনা হৈছে অন্যায়ৰ প্ৰতিবাদৰ ভাষা। আৰু আজিৰ এই ইন্টাৰভিউ পৰ্বৰ বাবে যেন ড. ব্ৰহ্ম নিজেই দায়ী। কাৰণ পিলানিয়ে তেওঁক কৈছিল যে পোষ্ট দুটা ইতিমধ্যে পোন্ধৰ হাজাৰকৈ টকা দি কোনোবা ভাগ্যবানে আগতেই কনট্ৰেক্ট কৰি থৈছে, মাথো দেখুৱাবৰ বাবে এই ইন্টাৰভিউ পৰ্বৰ আয়োজন। কিন্তু ড. ব্ৰহ্মই কৈছিল 'যোৱাচোন, সেয়া উৰা বাতৰিও হব পাৰে।' পিচে পিলানি তালৈ গৈ অনুমান কৰিলে যে কাৰ্য্যৰ ঢৌ বেলেগ ধৰণৰ। অফিচৰ পিয়ন চাপ্ৰাচীকে আদি কৰি সকলোৱে চাকৰি প্ৰাৰ্থীবোৰক পুতৌৰ দৃষ্টিৰেও চাব নোখোজে। সৌজন্যতাৰতো কথাই নাই। 'তেওঁলোক

যেন ফুটপাথৰ জীপচাঁহে। আৰু ইণ্টাৰভিউকমত সোমাই পিলানিৰ সকলো ফটফটীয়া হৈ পৰিল। তাৰ মাৰ্কচিত চাৰ্টিফিকেট আদি ডকুমেণ্টবোৰ একোকে নাচালে। আনকি তাক বহিব কোৱাৰ ভদ্ৰতাখিনিও তেওঁলোকৰ নাছিল।

সমাজৰ অতি পিচপৰা সম্প্ৰদায়ৰ অপত্য পিলানি বাছকৰ। সংবিধানত সিহঁতক অনুসূচিত জাতি বুলি বিভক্তি কৰি সিহঁতৰ বাবে কেতবোৰ আচুতীয়া সা-সুবিধা সংৰক্ষণ কৰা হৈছে। সিহঁতক উন্নত স্তৰলৈ অনাৰ বাবে চৰকাৰে কোটি কোটি টকাৰ আচনি লৈছে। কিন্তু সেইবোৰৰ দ্বাৰা সিহঁত উপকৃত হব পাৰিছে নে; পাইছেনে সিহঁতে প্ৰকৃত নাগৰিকৰ মৰ্য্যদা। ভাৰতীয় সমাজত সিহঁত সদায়েই অস্পৃশ্য। মহাত্মাগান্ধীৰ পিচত সিহঁতক মানুহ হিচাপে আকোৱালি লৈ সিহঁতৰ উন্নতিৰ হকে চিন্তা কৰা নেতা ভাৰতবৰ্ষত অদ্যাপি জন্ম নহল। সিহঁতৰ দুখত মিছা সমবেদনা জনাই সিহঁতৰ উন্নতিৰ হকে আগবঢ়োৱা আচনিৰ টকা আত্মসাৎ কৰা নেতা বুদ্ধিজীবীয়ে আজিৰ ভাৰতীয় সমাজত আধিপত্য বিস্তাৰ কৰি আছে। বৰ্ণহিন্দুৰ অত্যাচাৰত থাকিব নোৱাৰি শৈশৱতে নিজৰ জন্মভূমি ত্যাগ কৰা পিলানিৰ দেউতাকে জীৱনৰ সমস্ত কাহিনীয়েই তাক কৈছিল। কোনো এক জমিদাৰৰ ঘৰত জন্মসূত্ৰে গোলাম খটা পিলানিৰ পিতৃ লচমনৰ পূৰ্বপুৰুষ সকলে অমানুষিক অত্যাচাৰৰ বলি হৈ অকালতে মৃত্যু সাৱটি লব লগা হৈছিল। লচমনৰ পিতাকো ঠিক সেইদৰে আওমৰণে মৰিছিল পিতাকৰ মৃত্যুৰ পিচত কণমা মাকে লচমনক কোলাতলৈ জন্মভূমিৰ মোহ চিৰদিনৰ বাবে ত্যাগ কৰি অসম পাইছিল। মাকৰ সতে অত তত ঘূৰি ফুৰি যাযাবৰী জীৱনৰ মাজেৰেই লচমন ডাঙৰ হৈছিল। তাৰ শৰীৰলৈ এদিন যৌৱন আহিছিল। কেও কিছু নোহোৱা ফুলমতীৰ সতে মাকে তাৰ যুগ্ম জীৱনৰ পাতনি মেলি দিছিল। তেতিয়ালৈ লচমনৰ কোনো সংস্থাপন হোৱা নাছিল। বিয়াৰ পিছতহে নকৈ প্ৰতিষ্ঠিত গুৱাহাটী বিশ্ববিদ্যালয়ত ঝাড়ু মাৰা কাম কৰিবলৈ লয় আৰু আজিও সি সেই

বাসেই কৰি আছে। নানান অভাৱ অনাটনৰ মাজেৰে জীৱন অতি-বাহিত কৰিলেও সৰ মুখৰ হাঁহি ম্লান হোৱা নাই কাৰণ সি অলপতে সন্তুষ্ট। সেয়েহে সি হাহে অন্তৰ খুলি হাহে।

কিন্তু ভাৰতৰ অন্যান্য প্ৰান্তত থকা লচনলহঁতৰ দৰে হৰিজন-সকলৰ প্ৰাণখোলা হাঁহি মাৰিব নোৱাৰে। অসমৰ বাহিৰে সমগ্ৰ ভাৰতৰেই হৰিজন সমস্যাই ভীষণ ৰূপ ধাৰণ কৰিছে। অকল হৰিজন সমস্যাই নহয়। ভিন্ন সাম্প্ৰদায়িক সমস্যাই মূৰ দাঙি উঠিছে। উচ্চ বৰ্ণীয়ৰ অত্যাচাৰত নিম্নবৰ্ণীয় মানুহবোৰে ঘৃণণীয় জীৱন যাপন কৰিব লগাত পৰিছে 'ঐক্যৰ মাজত ঐক্য' বুলি কাবতে পাৰে সক-লোতে ঘোষণা কৰা হিন্দু মুছলিম শিখ ইচাই, আপচমে হ্যায় ভাই ভাই,' বুলি বাম্ভন গোৱা ভাৰতৰ ৰাষ্ট্ৰনেতা সকলে ৰাজনীতিৰ গাদীৰ দখল কৰিবলে দিভাইও এড় কল নীতিৰে ভাৰতীয় সমাজৰ কাঠামো একেবাৰে দুৰ্বল কৰি আনিছে। এই ভণ্ড নেতা সকলৰ কুটিল চক্ৰত পৰি হাজাৰ, লাখ মানুহ জুইত চগা জাহ যোৱাৰ দৰে জাহ গৈছে। এই ক্ষেত্ৰত চৰকাৰ নামধাৰী যন্ত্ৰটোৰ ভূমিকা তেনেই পুতৌলগা। শোক সন্তপ্ত পৰিয়াল বৰ্গলৈ সমবেদনা জনাই কেইটা-মান টকাৰে আৰ্থিক সাহায্য আগবঢ়োৱাই ৰেডিঅ', টি. ভি. নাইবা বাতৰি কাকতযোগে গৰম সমাচাৰ দি কৰ্ত্তব্য শেষ কৰি পেলায়। আৰু তাতেই সন্তুষ্ট থাকি অবহেলিত দুৰ্ভগীয়া জনসাধাৰণে বাধ্যতা-মূলকভাবে হলেও ক'বলগা হয় 'ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক যুক্তৰাষ্ট্ৰ।'

পিলানি আজি বিশ্ববিদ্যালয়ৰ ছাত্ৰ। সি ভাবিছিল বিশ্ববিদ্যালয়ত সি 'মেতৰ'ৰ লৰা হিচাপে পৰিচিত নহৈ একন ছাত্ৰ হিচাপেই মৰ্য্যাদা পাব। হেজাৰ হেজাৰ ছাত্ৰছাত্ৰীৰ মাজত পিলানি বাছফৰ নামৰ অনুসূচিত সম্প্ৰদায়ৰ লৰাজন মিলি পৰিব কিন্তু সি তৰামতে নহল। মেতৰৰ লৰা হিচাপেই সি বিশ্ববিদ্যালয়ৰ চৌহদত পৰিচিত হৈ থাকিল। অত্যন্ত মেধা হোৱা স্বত্বেও বহুতো অধ্যাপকে তাৰ সতে আন্তৰিকতাৰে কথা পাতিব নোখোজে, কিবা যেন সংকোচ কৰে। আৰু

ছাত্ৰছাত্ৰীৰটো কথাই নাই।

পিলানিৰ বৃদ্ধ বাবাকে হোষ্টেলে হোষ্টেলে ঝাড়ু মাৰি ফুৰে বাবেই তাৰ শিক্ষাৰ মূল্য যেন কোনোৱে দিব নোখোজে। ঝাড়ুদাৰৰ পুত্ৰ বুলি তাক সকলোৱে পুতৌ কৰিব খোজে। কিন্তু সিটো পুতৌ বিছৰা নাছিল। কাৰো ওচৰত পেজ পেলাই থকা কুকুৰ হ'বও খোজা নাছিল; সি বিছাৰিছিল নিজকে এজন স্বাধীন মানুহ হিচাপে গঢ়ি তুলিবলৈ। সি আশা কৰিছিল সমাজৰ ঘৃণণীয় দুৰ্ভগীয়া মানুহবোৰৰ প্ৰতিনিধি ৰূপে সমাজখন সংস্কাৰ কৰিবলৈহে। সেয়েহে পদে পদে পাই অহা উপলুঙা তথা অৱহেলাকো নেওচি আগবাঢ়ি গৈছিল পিলানি। এয়া তাৰ কৰ্ত্তব্য। নহলে তাৰ জ্ঞান দায়িনী মাতৃ ৰঞ্জনা বাইদেউৰ স্বৰ্গগত আত্মাই শান্তি নাপাব।

ৰঞ্জনা বাইদেউ হল অধ্যাপক অমলেশ ব্ৰহ্মৰ সহধৰ্মিনী। বাণীকান্ত কাকতি ছাত্ৰাবাসৰ অধীক্ষক ড. ব্ৰহ্মৰ কোৱাৰ্টাৰত ঝাড়ু দিবলৈ যোৱা কিশোৰ পিলানিক স্বৰ্ণ ব্ৰহ্মই খুউব মৰম কৰিছিল। সন্তানহীন ব্ৰহ্ম পৰিয়ালে তাক পঢ়াই শুনাই মানুহ হিচাপে গঢ়ি তুলিব ইচ্ছা কৰিছিল। কিন্তু মান্তি নহল পিলানিৰ বাবাক লচমন। পিলানিক পঢ়োৱাৰ কথা কওতে লচমনে কৈছিল 'নালাগে মাইজী তাক স্কুল দিবা। হামি চুইপাৰ আদমী। বিষ্ঠা পিলাব হামাৰ কাম আছে। হামৰা লড়কা পঢ়েকে বাবু বনেগা তো য়ে চব কাম কৌন কৰেগা।' স্বৰ্ণ ব্ৰহ্মই লচমনক বুজাইছিল 'জন্ম ত কোনেও চুইপাৰ হৈ নজন্মে লচমন, ব্ৰাহ্মণ গোঁসাই হিন্দু মুছলমান আদি হৈও নজন্মে, জন্মে মানুহ হৈ। মানুহৰ কামেহে বোলেগ কৰে। পিলানিও মানুহ হৈ জন্মলাভ কৰিছে গতিকে তাক এতিয়া যিভাৱে গঢ় দিয়া হব সি সেই ভাবেই পৰিচিত হব। শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হৈ আনৰ পুতৌৱে চলা ঘৃণণীয় জীৱন তুমি কটালা বুলি পিলানিৰ ভবিষ্যতো সেইদৰে গঢ়িম বুলি ভাবিছা নেকি? তাৰ মেধা আছে, সি পঢ়িব পাৰিব, তাক আমি পঢ়াম, তুমি বাধা নিদিবা।'

হতাশাৰে আৰ্তৰি গৈছিল লচমন। এ'ৰ বদ্ধমূল ধাৰণা চুইপাৰৰ লৰা স্কুললৈ যোৱাটো অপৰাধমূলক কাম। 'নহী জানে মাইজী আপ ক্যা কৰ ৰহা হ্যায়! মেথৰ কা লড়কা বাবু বনেগা!' অকবাৰ নৰে হাঁহিছিল লচমনে।

কথাবোৰ মনত পৰি পিলানিৰ দুগালেৰে দুধাৰা তপত অশ্রু বৈ গল। স্বৰ্ণ বাইদেউৰ স্মৃতিয়ে তাক আবেগিক কৰি তুলিছিল। সক কালতে মাতৃস্নেহৰ পৰা বঞ্চিত তাৰ বাবে ব্ৰহ্ম বাইদেউৱে আছিল তাৰ মাতৃস্বৰূপ। অন্ততঃ সিও তেওঁৰ ওচৰত সেইৰূপেই আব্দাৰ বিছাৰিছিল। কিন্তু সি বি এ. সিদ্ধান্ত বাৰ্ষিকত থাকোতে হঠাৎ আচন ৰোগত পৰি ব্ৰহ্ম বাইদেউৰ মৃত্যু হৈছিল। বাইদেউৰ মৃত্যুত সি শোকত ম্ৰিয়মান হৈ পৰিছিল। সেইদিনা সি অন্তৰেৰে অনুভৱ কৰিছিল যে তাক পুত্ৰবৎ স্নেহ কৰা মহিয়সী মাতৃ এগৰাকী তাক এৰি গুচ গল।

আজি এই মুহূৰ্ত্তত পিলানিৰ আৱশ্যক হৈ পৰিছে স্বৰ্ণ বাইদেউৰ দৰে এগৰাকী মাতৃস্বৰূপিনী নাৰীৰ, যি তাক আশা দিব পাৰে, জীয়াই থকাৰ প্ৰেৰণা দিব পাৰে।

সেইদিনাৰ ঘটনাৰ পিচত এসপ্তাহ মানলৈ পিলানি কিতাপৰ গুৰিলৈ যাব পৰা নাছিল। পুলিচৰ লাঠীৰ কোবত সমগ্ৰ শৰীৰটো চৰ্জৰিত হৈছিল, বিষত কেকাই গেঠাই বিছনাৰ আশ্ৰয় লোৱাৰ বাহিৰে তাৰ অন্য উপায় নাছিল। তদুপৰি তাৰ মনটো অসম্ভৱ ধৰণে ভাগি পৰিছিল মানসিকভাৱে সি দুৰ্বল হৈ পৰিছিল, কাৰণ সেইয়াই আছিল তাৰ জীৱনৰ প্ৰথম হতাহতি কাজিয়া।

'সেইবোৰ এতিয়া ভাবি লাভ নাই বাছকৰ, শঙ্কৰে কৈছিল। 'যি হবলগা আছিল হৈ গল। এতিয়া অহাদিনবোৰৰ বিষয়ে সজাগ হব লাগে সকলোফালৰ পৰা আমি কেনেকৈ ঠুং হৈ থাকিব পাৰো এতিয়া আমি তাকেহে ভাবিব লাগে।'

'কিন্তু মোৰ পঢ়িবলৈ মানসিক প্ৰস্তুতি একেবাৰেই নাই'

'কিয় নহব। থাকিবই লাগিব। 'পৰীক্ষালৈ অন্ততঃ আৰু কিছু-দিন আছে, গতিকে এই সময়খিনিৰ 'প্ৰপাৰ ইউটিলাইজ' কৰিলে আপুনি নিশ্চয় চাকচেচ্‌ হব পাৰিব আৰু আপোনাৰ প্ৰিভিয়াছ প্ৰিপাৰেচনো যথেষ্ট আছে। 'পিলানিয়ে নামাতিলে মাথো মৌনভাৱে বিছনাত পৰি অৰ্দ্ধনিমিলিত নেত্ৰেৰে ওপৰলৈ চাই ৰল।

ছাত্ৰ হিচাপে পিলানি অত্যন্ত চোকা, এই কথা শঙ্কৰ, অহীন্দ্ৰ কিয় বহুতে জানে। সকলোবোৰ পৰীক্ষাতে সি কৃতিত্ব সহকাৰে উত্তীৰ্ণ হৈ আহিছে। বি.এ পৰীক্ষাতো সি অনাৰ্চত ফাষ্ট ক্লাছ ফাৰ্ষ্ট হৈছিল। এম. এ প্ৰিভিয়াচতো সি ফাষ্ট' ক্লাছ ফেষ্ট হৈছে ফাই-নেলতো সি তাৰ পূৰ্বৰ কৃতিত্ব সম্পূৰ্ণ বজাই ৰাখিব পাৰিব বুলি বিশ্বাস কৰিছিল। উক্ত ঘটনাৰ আগলৈ পিলানিয়ে কিতাপৰ সৈতে যুজ দিয়েই দিনটোৰ অধিকসময় অতিবাহিত কৰিছিল। পিলানিৰ কিতাপ পঢ়াৰ ধৈৰ্য্য দেখি শঙ্কৰে তবধ মানিছিল। পিলানিহঁতৰ ঘৰতে থকা শঙ্কৰে পিলানিৰ পৰা যথেষ্ট সহায় পাইছিল। তাৰশেষ্য শঙ্কৰ সিমান চোকা নহয়। তাৰ পঢ়াশুনাবোৰে কিবা পাল মৰা বিধৰ। বহু সময় জুৰি গভীৰ মনোযোগেৰে পঢ়া শুনা কৰাৰ ধৈৰ্য্য শঙ্কৰৰ নাই। আৰু পঢ়াবোৰো সি সহজে হৃদয়ঙ্গম কৰিব নোৱাৰে। সোনকালে পাহৰে।

অহীন্দ্ৰয়ো চিৰিয়াচলি পঢ়িবলৈ লৈছিল। অহীন্দ্ৰ পঢ়াত অত্যন্ত চোকা। বি. এ.ত ফিলচফীৰ অনাৰ্চত সি ফাষ্ট ক্লাছ ফাষ্ট' হৈছিল।

অবশেষত পৰীক্ষানামৰ ছাত্ৰ ছাত্ৰীৰ বুকুকপোৱা সময়খিনি আহি পাইছিল। সিহঁত আটাইকেইজনে সুকলমে পৰীক্ষা দিলে। কিন্তু নিদিলে স্নাতাই। কিয় নিদিলে? কাৰণ কি, তাৰ কাৰণ অহীন্দ্ৰহঁতে পিচতহে গম পাইছিল।

পৰীক্ষাৰ প্ৰায় এমাহ মান আগতে। বহুদিনৰ বিৰতিৰ পিচত অহীন্দ্ৰহঁত এদিন সিহঁতৰ মৰমৰ ঠাইখিনিত উপস্থিত হৈছিল, সেই

ঠাইখিনি হল গুৱাহাটী বিশ্ববিদ্যালয় শাখা ষ্টেট বেংকৰ ওচৰত থকা এটা সৰু পুল। ইয়াতেই বহি সিহঁতে গধূলি কিছুসময় আনন্দ কৰে। সিহঁতৰ বাবে ফুৰিবলগা ঠাই বহুত আছে বহি কথা পাতিব পৰা ঠায়ো বহুত আছে কিন্তু কিয় জানো এই পুলটো সিহঁতৰ বৰ প্ৰিয়। সদায় ফুৰি চাকি আহি সিহঁত ইয়াত ক্ষন্তেক বহে। নিৰিবিলি সন্ধিয়া এই ঠাইখিনিত বহি সিহঁতৰ মাজত নানা গল্প গুজবৰ উদ্ভোখান হয়। দিনটোৰ ডায়েৰীৰ পৰ্য্যালোচনাৰ বাহিৰেও ভবিষ্যৎ কৰ্মপন্থাৰো সিদ্ধান্ত ইয়াতেই গ্ৰহণ কৰা হয়।

ক্ৰমে গধূলি হৈ আহিছিল। দিনটোৰ কোলাহল পূৰ্ণব্যস্ততাৰ অৱসানৰ অন্তত মানুহবোৰ ভাগকৰা দেহেৰে ঘৰলৈ উভটিছে। ফুট-পাথত বিশ্ববিদ্যালয় শিক্ষক কৰ্মচাৰী তথা চৌহদৰ অন্য মানুহ সান্ধ্য-ভ্ৰমণৰ অৰ্থে মন্থৰপদচালনা কৰিছে। অৱশ্যে বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা তাৰ, পৰীক্ষাৰ ব্যস্ততাৰ বাবেই প্ৰায়বোৰ লৰা ছোৱালী কমতেই আছে, ফুৰা চকা কমাই দিছে।

ছয় বজাৰ বাছখন আহি ষ্টেট বেংকৰ ষ্টপেজটোত ৰল। মানুহ বাহুলি ওলমাদি ওলমি আহিছে। পাওদানিত ভৰি দিবলৈ ঠায়েই নাই। বাছখন বোৱাৰ পিচত লানি নিচিগাকৈ অৱলীলা ক্ৰমে এখন দুৱাৰেৰে নামি অহা মানুহবোৰলৈ চাই থাকোতেই অহীন্দ্ৰৰ চকুত পৰিল, সেইজনী স্নাতা। জাৰ্জেটৰ পাতল নীলা শাৰী এখন পিন্ধিছে। হাতত কাগজ মেৰিওৱা টোপোলা এটি লৈ থুউব ব্যস্তভাবে নামি অহা স্নাতাক সি দূৰৰ পৰা ভবিলৈকে চালে, কাৰণ তাইক বহুদিন দেখা নাই। তাইক চাবলৈ, তাইৰ সতে এবাৰ কথা পাতিবলৈ তাৰ মনত অদমনীয় স্পৃহা জাগি উঠিছে। স্নাতাৰ চকুৰে চকুৰে পৰাত অহীন্দ্ৰই ক্ষীণকৈ হাঁহিলে। কিন্তু ইকি! স্নাতাই মুখখন ঘুৰাই দিলে যে! নেদেখিলে নেকি!

বিস্ময়াষ্টেগুত থকা বিস্মা এখন মাতি স্নাতা বিস্মাত উঠিল। স্নাতাৰ কাৰ্য্যকলাপ অনিমেষ নেত্ৰে পৰ্য্যবেক্ষণ কৰি থকা অহীন্দ্ৰই মাত দিলে

'স্নাতা'। ডিঙিটো অপবিষ্কাৰ হৈ থকা বাবেই নেকি মাতটো বৰ কৰ্কশ শুনা গল। স্নাতাই তাৰ মাতত কোনো সহাৰি নিদি গাল'ছ হোষ্টেলৰ কালে গুছি গল। অজন্তা ইলোৰাৰ মূৰ্ত্তিৰ দৰে থৰ হৈ ৰল অহীন্দ্ৰ। ইমান অভাৱনীয় আচৰণ! এয়া তাচ্ছিল্য, নে উদাসীনতা! নে অবজ্ঞা? নে স্নাতাৰ অস্বাভাবিক আত্মগৌৰৱ! অহীন্দ্ৰই ভাবি নেপালে।

স্নাতাৰ আচৰণত শঙ্কৰহঁতো আচৰিত হল। অহীন্দ্ৰৰ লিখনিত গদগদহৈ তাৰ ভাৱাদৰ্শেৰে আপ্লুত হৈ স্নাতা বকৰা অহীন্দ্ৰৰ জীৱন বৃত্তত সোমাই পৰা কথা সিহঁতে জানে, কিন্তু তাৰ পৰা ওলাই যোৱা কথাটো মুঠেই নাজানে। স্নাতাৰ আচৰণত সিহঁত ক্ষুন্ন হল যদিও অহীন্দ্ৰৰ অসহায় অৱস্থাৰ কথা উপলব্ধি কৰিয়েই কথাটো পাতলাবলৈ বৃথা চেষ্টা কৰিলে। 'বোধহয় তাই চিনি নাপালে,' শঙ্কৰে কলে। 'নিশ্চয়! চিনি পালে তাই আমাৰ কাষলৈ নহাকৈ নাথাকে।' শঙ্কৰৰ কথা সমৰ্থন কৰি কলে পিলানিয়ে। প্ৰত্যুত্তৰত অহীন্দ্ৰই কলে, 'চিনি নোপোৱাৰ কোনো কাৰণ নাই ভাগৱতী। তাই আমাক চিনি পাইছে আৰু চিনি পায়েইতো লৰালৰিকৈ আঁতৰি গল।' অহীন্দ্ৰৰ কথা শুনি কোনেও হা-না একো নামাতিলে। এক গভীৰ নীৰৱতাই ঠাইখিনি গ্ৰাস কৰি পেলালে। আটাইকেইজন থৰ হৈ ৰহি ৰল যেন পৰস্পৰে পৰস্পৰৰ ওচৰত অক্ষমণীয় অপৰাধহে কৰিছে। আৰু ইফালে স্নাতাৰ অৱস্থাও অথৈবচ। হোষ্টেললৈ গৈয়ে বিছনাত পৰি হুকহুকাই কান্দি দিলে তাই। অহীন্দ্ৰৰ প্ৰতি কৰা নিৰ্মম আৰু অভদ্ৰ আচৰণত তাইৰ নিজৰ ওপৰতেই বিৰক্তি লাগিল। তাই বাৰু ইমান নিৰ্দ্দয় আৰু প্ৰতাৰক কেনেকৈ হল। অহীন্দ্ৰক উপেক্ষা কৰাৰ ধৃষ্টতা তাই কৰ পৰা পালে। কথাবোৰ ভাবিবলৈ লওঁতে অন্তৰৰ নিভৃততম কোণত অতি সংগোপনে সাঁচি ৰখা অহীন্দ্ৰ গগৈ নামৰ প্ৰগতিশীল কবিজনৰ প্ৰতি থকা মৰমখিনি তাইৰ স্মৃতি পটত জাগি উঠিল।

প্ৰথমে সাধাৰণ চিনাকি, সৌজন্য সূচক ব্যৱহাৰ। কিন্তু পিচলৈ

সিহঁত ঠিক দুটুকুৰা চুম্বকৰ বিপৰীতধৰ্মী মেৰুৰে পৰস্পৰক আকৰ্ষণ কৰাৰ দৰে আকৰ্ষিত হৈ পৰিছিল। নজনাকৈয়ে সিহঁত পৰস্পৰে পৰস্পৰৰ ইমান ওচৰ চাপি গল যে স্নাতাই এতিয়া আৰু একোকে অনুধাবন কৰিব নোৱাৰে। অহীন্দ্ৰয়ো বুজি উঠিছিল যে স্নাতাৰ সান্নিধ্য তাৰ বাবে অতীৱ প্ৰয়োজন। তাৰ সমগ্ৰ সত্তাই স্নাতাৰ উপস্থিতি কাম্য কৰে।

প্ৰিভিয়াছ পাছ কৰাৰ পিছত প্ৰবালে এদিন অহীন্দ্ৰক কৈছিল 'অহীন্দ্ৰ তুমি বোধহয় নেজানা যে স্নাতা আৰু মোৰ মাজত ল'ভ আছে। মই তোমাক জনাই থলো স্নাতাক মই ভাল পাওঁ। গতিকে তুমি তাইৰ সতে বেছি হলি গলি কৰাটো মই পচন্দ নকৰো। তুমি যি পজিচনৰ মানুহ সেই পজিচনত থকাই শ্ৰেয়।' প্ৰত্যুত্তৰত অহী-ন্দ্ৰই কৈছিল, 'আপোনালোকৰ মাজত কি সম্বন্ধই নাথাকক কিয় মই তাত মূৰ ঘমাবলৈ নাযাওঁ, কিন্তু স্নাতাই যদি মোৰ প্ৰতি সৌজন্যতা প্ৰকাশ কৰে, অকৃত্ৰিম মৰম যাচে তেন্তে মই সেয়া গ্ৰহণ কৰিবলৈ বাধ্য, আৰু ইয়াৰ প্ৰতিদান দিবলৈকো প্ৰস্তুত।'

এই সন্দৰ্ভত স্নাতাৰ মন্তব্য হল, 'কাৰোবাক ভাল পোৱা, মৰম বা শ্ৰদ্ধা কৰা সেইবোৰ মোৰ একান্ত ব্যক্তিগত কথা তাত প্ৰবালে হস্তক্ষেপ কৰি কোনো লাভ নাই

প্ৰবাল চৌধুৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ ইংৰাজী বিভাগৰ ছাত্ৰ। সুশ্ৰী, মুখমণ্ডল বিয়পি হাঁহিৰ আভা, ঋজু দেহ, কেকোৰা চুলি দীঘল নাক আৰু যৌৱন সুলভ কমনীয়তাৰে ভৰা এজন সুদৰ্শন যুৱক প্ৰথম দৰ্শনতেই মৰম ওপজে। ছোৱালী মহলত তাৰ প্ৰবল কীৰ্তি। ক্লাছ নাইনৰ পৰা আৰম্ভ কৰি স্নাত-কোত্তৰ মহলালৈ পঢ়া ছোৱালীৰ সতে তাৰ লেটি পেটি। বিশ্ববিদ্যালয় চৌহদত সি অন্যতম 'হিৰো'। সোণৰ চামুচ মুখত লৈ জন্মা বাবেই ছৰলা তাৰ অনুগামীও বহুত। অহীন্দ্ৰ আৰু স্নাতাৰ মাজত ক্ৰমে বাঢ়ি উঠা মৰম তথা ভাল পোৱা প্ৰবালে সহ্য কৰিব পৰা

নাছিল। বহুদিন আনৰপৰা স্নাতাৰ লাৱনী দেহৰ সুবাস বিচাৰি উন্মা-উল হোৱা প্ৰবালে সেয়েহে অহীন্দ্ৰক প্ৰথমে বুজাই চাইছিল, তাৰ পিছত ভাবুকি আৰু জীৱনৰ সংশয়ৰে স্নাতাৰ এচৰৰ পৰা আঁতৰাই অনাৰ চেষ্টা কৰিছিল। অহীন্দ্ৰৰ বিষয়ে স্নাতাক হকে বিহকে লগাই ফুৰিছিল। প্ৰবালে কৈছিল 'আদৰ্শৰ পিচে পিচে জীৱনটো আগবঢ়াই যাযাবৰ হোৱাত কোনো সাৰ্থকতা নাই স্নাতা। কোনো লাভ নাই প্ৰগতিশীলতাৰ গান গাই দেশ গঢ়াৰ সপোনত বিভোৰ হৈ বন্দুক বেয়নেটেৰে শাৰীৰ ঘূৰ্ণীযা কৰা। উচ্চশিক্ষা লাভ কৰাৰ পিচত এটা সংস্থাপনৰ দিহা কৰি সুন্দৰ স্বচ্ছন্দ জীৱন অতিবাহিত কৰাই জীৱনৰ লক্ষ্য হোৱা উচিত।' প্ৰবালে আৰু কৈছিল, 'অহীন্দ্ৰ এটা ভণ্ড দেশ প্ৰেমিক, বিদেশীৰ চোৰাংচোৱা। সন্ত্ৰাসবাদী দলৰ সৈতে অবৈধ কামত লিপ্ত এটা মহাশত্ৰু। অনৈতিক ভাবে বিদেশৰ টকা সংগ্ৰহ কৰি সি দেশৰ বিৰুদ্ধে কাম কৰি আছে। আৰু আনৰ টকা নাপালে তাৰ দৰে ভিকহু এটাই গুৱাহাটীলৈ আহি ইউনিভাৰচিটিত পঢ়িব কেনেকৈ?'

প্ৰবালৰ নাতিদীৰ্ঘ বক্তৃতা শুনাৰ পিছত স্নাতাই কোনো মন্তব্য নিদিলে। অহীন্দ্ৰকো কোনো প্ৰশ্নবাণেৰে থকা সৰকা নকৰিলে। স্নাতাই জানে প্ৰবালৰ কথাৰ কোনো সত্যতা নাই। তাইৰ প্ৰতি থকা অন্ধ আকৰ্ষণৰ বাবেই সি যা-তা বলকি ফুৰিছে। স্নাতাই জানে প্ৰবালৰ তাইৰ প্ৰতি থকা এই অনুকম্পা অযাচিত মৰম তেনেই মূল্যহীন। দাতাকৰ্ণৰ দৰে সংসাৰৰ অজস্ৰ ছোৱালীক হৃদয় বিলাই ফুৰা তাৰ হৃদয়খন পূৰ্ণ হৈ আছেনে? আৰু তাৰ প্ৰেমৰ স্থায়ীত্বই বা কিমান? স্নাতাৰ দৰে নিম্ন মধ্যবিত্ত পৰিয়ালৰ পৰা অহা ছোৱালীৰ মূল্য যে আছে সেয়া প্ৰবালে গ্ৰাহ্য নকৰে। তাৰ ভাল পোৱাৰ গভীৰতাত তাইৰ পুৰা সন্দেহ আছে। স্নাতাই জানে যে প্ৰবালৰ বাবে তাই মাথো কামনাৰে সামগ্ৰী। যৌৱন উপভোগৰ এটি সম্বল। 'তাইৰ পঞ্চভূতৰ সমাহাৰৰ ভিতৰত যে এটি 'মন' আছে সেয়া প্ৰবালৰ

ধাৰণাৰো অতীত। সি এটা ভ্ৰমৰ। তাইৰ যৌৱন ফুলৰ ৰস চুহি সি এদিন অহাবাটেৰে উৰা মাৰিব। নাৰী জীৱনৰ শ্ৰেষ্ঠ সম্পদ-কণ হেৰুৱাই তাই আবিষ্কাৰ হৈ ৰব। তাৰ খবৰ হয়তো প্ৰবালে কোনোদিনেই নাৰাখিব।

ভেন্তে তাই প্ৰবালৰ ইংগিতত নচাৰ যুক্তি কত? তাৰ সন্তুষ্টিৰ অৰ্থে নিজকে নিয়োজিত কৰাৰ সাৰ্থকতা কত? কোনো লাভ নাই নিজৰ ইচ্ছাৰ বিৰুদ্ধে যোৱাৰ। জানি শুনি তাই বিষ পান কৰিব নোৱাৰে, এয়া তাইৰ বাবে বাতুলতা, কাৰণ তাইতো নীলাম্বৰ নহয় বিষক্ৰিয়াত তাইৰ মৃত্যু হ'ব। কিন্তু .....

পৰীক্ষাৰ আগতে পৰিয়ালৰ মানুহখিনিক এবাৰ দেখা কৰো বুলি স্নাতা ঘৰলৈ গৈ ছিল। ঘৰত গৈ তাই দেখিলে যে গোটেই ঘৰখন তাইৰ উপস্থিতত উত্ৰাৱল হৈ পৰিছে। ঘৰখনৰ আটাইবোৰে তাইক সুখ্যভাৱে নীৰিক্ষণ কৰিছে যেন তাইক কোনো দিনে দেখাই নাই। প্ৰয়োজনতকৈ অধিক আব্দাৰ কৰিছে। পৰিয়ালৰ এই অনাহুত আচৰণত তাই আচৰিত হ'ল। ইয়াৰ কাৰণ কি? প্ৰত্যুত্তৰত স্নাতাৰ ভনীয়েক জবাই ক'লে। 'তুমি গম পোৱা নাই বাইদেউ' পৰীক্ষাৰ পিছতে দেখোন তোমাৰ বিয়া?'

'মোৰ বিয়া??' পৃথিবীৰ সমগ্ৰ বিস্ময় যেন তাইৰ মুখমণ্ডলত থুপ খালেহি।

'কি কৈছা জবা? মোৰ বিয়া? কাৰ লগত?'

'কিয় প্ৰবালৰ লগত।' হাঁহি হাঁহি কলে সোমাই অহা স্নাতাৰ মাকে কলে।

হাতত উল আৰু শলাইলৈ চুৱেটাৰ গুঠি কমৰ একমাত্ৰ চকীখনত বহি মাকে পুণৰ কলে—'বিয়াখন তোক নোসোধাকৈয়ে ঠিক কৰি পেলালো। চৌধুৰীয়ে বৰকৈ ধৰিলে।'

'কিন্তু মোক নোসোধাকৈ......'

স্নাতাৰ বাক্যটো সম্পূৰ্ণ নৌহওতেই মাকে কলে, 'তোক আকৌ কিয়

সুধিব লাগে ? প্ৰবাল আৰু তোৰ মাজত দেখোন জনা শুনা আছেই, তদুপৰি সি তোক ভালো পায়। আৰু ঘৰখনৰ কথা তই জানাই।'

'এৰা মা জানো। সেই কাৰণেই কৈছো মোক নোসোধাকৈ তোমালোকে বিয়া ঠিক কৰিছা যদিও মই এই বিয়াত মত দিব কেতিয়াও নোৱাৰো।'

'কি ? তোৰ মগজু ঠিক আছেতো ?'

'আছে মা, মোৰ মগজু ঠিকেই আছে। মই সচাকৈয়ে কৈছো মা এই বিয়া হুব নোৱাৰে মই নামানো।'

'যদি আমি বাধ্য কৰাও'

'সেই কাম তোমালোকৰ সাধ্যাতীত।'

'কি ?' মাকে তাইৰ গালত ঠাচকৈ এটি চৰ বহুৱাই দিলে ৰণচণ্ডী মূৰ্ত্তি ধৰি মাকে উচ্চস্বৰে কবলৈ ধৰিলে, 'ও, প্ৰবালৰ কথা তেন্তে সচা। সেই চেৰাবলীয়াটোৰ বাবেই তোৰ ইমান কেৰমতালি নিজৰ মূৰ নিজেই খাবি বুজিছু। চৌধুৰী পৰিয়ালৰ দৰে ধনীমানী পৰিয়াল এটাই তোক স্বইচ্ছাই বোৱাৰী কৰিব খুজিছে আৰু তাত তই নিজেই হেঙাৰ হৈ থিয় দিছ। জাননে তই, চৌধুৰী পৰিয়ালত কিমান মৰম পাবি, কিমান সুখত থাকিব পাৰিবি ?

'মোক সেই মৰম আৰু সুখ নালাগে মা।'

'বন্ধ কৰ তোৰ লেকচাৰ। তোৰ কোনো কথাই নুশুনো। পৰহিয়েই তই হোষ্টেললৈ যা, পৰীক্ষাটো ভালকৈ দে। পৰীক্ষা শেষ হোৱাৰ পিচদিনাই ঘৰলৈ আহিবি।'

সেইদিনা ৰাতি তাইক নিদ্ৰাদেৱীয়ে অকণো কৃপা দৃষ্টি নকৰিলে। সম্পূৰ্ণ বিনিদ্ৰ ৰজনী এটি অতিবাহিত কৰি তাই পিচদিনা হোষ্টেললৈ আহিল। মানসিক অন্তৰ্দ্বন্দৰে ভাৰাক্ৰান্ত এটি মন লৈ তাই ৰুমত সোমাই বল। টেবিলৰ কিতাপ টেবিলতেই পৰি ৰল তাইৰ বাবে কিতাপবোৰো যেন বোজাস্বৰূপ হৈ পৰিছে। বাহ্নিৰ দিয়া প্ৰেক্টিকেল বহীবোৰ বাইণ্ডিং চেষ্টাৰতেই থাকিল। কোনো কামেই কৰিবলৈ যেন

তাই মানসিক ভাৱে প্ৰস্তুত নহয়। দুৰাৰোগ্য ব্যাধিত ভোগা মানুহৰ দৰেই তাইৰ শৰীৰ অলস আৰু ভাগৰুৱা। মগজুৰো যেন স্থিৰতা নাই। খোৱাবোৱাত ৰুচি নাই। অৱশেষত তাই সকলো দিশতেই কাবুহৈ পৰি পৰীক্ষা দিয়াৰ প্ৰস্তুতি হেৰুৱাই পেলালে। তাই পৰীক্ষা দিব নোৱাৰিলে।

হোষ্টেলৰ বিছনাত পৰি মাথো অতীত আৰু ভৱিষ্যতৰ কথা অনুধাৱন কৰি খেন পাৰ কৰিবলৈ ধৰিলে। তাইৰ বাবে এতিয়া চকুপানীয়েই একমাত্ৰ সম্বল। তাই ভাবিছিল, তাই কিজানি পাগল হৈ যাব, কিন্তু নহল। পাগল হলেও ভাল আছিল। কাৰণ পাৰা-পাৰ নোহোৱা চিন্তাৰ পৰা মুক্তি পালেহেঁতেন। আৰু নহলে মৃত্যু। চিৰমুক্তি। আঃ কি যে প্ৰশান্তি। 'মৃত্যু' এই শব্দটোৱে সম্প্ৰতি স্নাতাৰ মনত অলীক ভাৱনা জাগ্ৰত কৰি তুলিছে। এক অপৰাধ প্ৰৱণতাৰ ওচৰত অবদমিত হৈ তাই এতিয়া কামনা কৰে মৃত্যু। তাই কয়, 'মৃত্যু তুমি ইমান সুন্দৰ! তুমিয়েই অৱসান ঘটোৱা সমগ্ৰ বিশ্বমানবৰ বিৰহ বেদনা। মই বিছাৰো মহানিৰ্বাণ। হে ভগবান মোক মৃত্যু দিয়া, মোক মুক্তি লাগে।'

কিছুদিন পিছত অহীন্দ্ৰ বিশ্ববিদ্যালয় চৌহদ এৰাৰ প্ৰস্তুতি চলালে। কাৰণ পৰীক্ষাৰ শেষত হোষ্টেলত শুই, বহি থকাৰ কোনো যুক্তি নাই। গতিকে সি যাবলৈ ওলাল। কিন্তু যোৱাৰ আগতে এবাৰ স্নাতাক মাত লগোৱা উচিত বুলি বিবেচনা কৰি সি স্নাতাৰ ওচৰলৈ গল।

'মই যাবলৈ ওলালো স্নাতা' অহীন্দ্ৰই কলে 'কেতিয়াবা জানি বা নাজানি তোমাৰ মনত দুখ দিব পাৰো তাৰ বাবে মোক ক্ষমা কৰিবা।'

অহীন্দ্ৰৰ উপস্থিতিত স্নাতা খুবেই আবেগিক হৈ পৰিছিল। তাতে অহীন্দ্ৰৰ বক্তব্য শুনি তাই থিৰেৰে ৰব নোৱাৰিলে, হুক হুকাই কান্দি দিলে। স্নাতাৰ আচৰণত অহীন্দ্ৰ বিবুদ্ধি হৈ পৰিল। তাইক সান্ত্বনা

দিয়াৰ কোনো ভাৰা বিহাৰি নেপালে। তথাপি সি কলে, 'ছিঃ ইমান কল্লাকটাখন কৰিছা কিয় ? কিছাতে নিজকে দুৰ্বল কৰাছে হব।'

'দুৰ্বল ?' স্নাতাই দোহাৰিলে। 'দুৰ্বল হবলৈ আৰু বাকী নাই। বাকী আছে মাথো নিঃশেষ হবলৈ।'

'কি কথাবোৰ বলকিছা।' অহীন্দ্ৰই কৰে।' নিঃশেষ হবা কিয়, পৃথিবীখন ইমান সুন্দৰ। এই সুন্দৰ পৃথিবীখন হেপাহ পলুৱাই চোৱাৰ তোমাৰ হাবিয়াস নাই। কিয় ? কিয় তুমি মৰিবা ? কিহৰ দুখত'

'কিহৰ দুখ ?' সেইবোৰ কম জানো ?' কৈ স্নাত আছে জানো ?'

'কিয় কোৱাত কিবা বাধা আছে ?'

'বাধা অৱশ্যে নাই।'

'তেন্তে কোৱা।'

অহীন্দ্ৰৰ নিৰ্দ্দেশ পাই স্নাতাই তাইৰ ইচ্ছাৰ বিৰুদ্ধে মাক দেউতাকে কৰি যোৱা সকলো কামৰ কথাই অকপটে বৰ্ণনা কৰিলে। বৰ্ণনাৰ শেষত তাই কলে এতিয়া কণ্ঠক প্ৰবালৰ সতে বিবাহ পাশত আবদ্ধ হৈ মই তিলতিলকৈ নিজকে শেষ কৰা ভাল নে এতিয়াই সমস্ত যন্ত্ৰণাৰ উপশম ঘটোৱা ভাল।

'কিন্তু মৃত্যুৱে তোমাক জানো সচাকৈয়ে মহানিৰ্ব্বাণ দিব, স্নাতা।, তোমাৰ আত্মাই জানো সচাই শান্তি পাব ? অহীন্দ্ৰই সুধিলে।

'এৰা মই সেইদৰে ভাবো।'

'ওহো সেয়া তোমাৰ ভ্ৰান্তধাৰণা। মৃত্যুৱে তোমাৰ কায়িক অৱয়ৱহে অবসান ঘটাব কিন্তু তোমাৰ আত্মাক মুক্তি দিব নোৱাৰে। কাৰণ আত্মাৰ বিনাশ নাই। নিজকে অবসান কৰাটো সহজ কিন্তু মহীয়ান হিচাপে গঢ় দিয়াতো কঠিন। মৃত্যু কামনা কাপুৰুষালি।'

'তেন্তে মোৰ কৰ্ত্তব্য ?'

'তুমি তোমাৰ মন সত্তা আৰু বিবেকৰ পৰিচালনাধীন হোৱা। বিবেকে যি বিচাৰে তাকেই কৰিবলৈ যত্ন কৰা।' তুমি নিজকে গঢ়ি তোলা স্নাতা।' তোমাৰ শৰীৰত সৃষ্টিৰ আদিম ৰহস্য লুকাই আছে,

তুমি তাক বাস্তৱত ৰূপায়িত কৰা। তুমি সৃষ্টিৰ প্ৰতীক, ধ্বংসৰ নহয়।'

'হব পাৰে। কিন্তু ভাৰতীয় সমাজত নাৰী বন্ধনমুক্ত নহয়।'

'এহো, মিছা কথা। অতীতৰ পৰা ভাৰতীয় সমাজে নাৰীক যিমান ওখস্থানত প্ৰতিষ্ঠাপিত কৰি আহিছে পৃথিৱীৰ কোনো সমাজতে বোধহয় নাৰীক ইমান মহত্বৰ অধিকাৰী কৰা নাই। একমাত্ৰ ভাৰতীয় মানুহেই নাৰীক 'দাত্ৰী, মাতৃ আৰু বেদমাতা গায়ত্ৰীৰূপ বন্দনা কৰে।

'কিন্তু তথাপিও যেন নাৰী অদ্যাপি অৱহেলিতা, লাঞ্ছিতা' প্ৰপিড়ীতা, পুৰুষৰ অবাঞ্ছিত কৰ্ত্তৃত্বৰ লৌহশৃঙ্খলেৰে শৃঙ্খলিত।'

'সেই শৃঙ্খল চিঙি নেপেলোৱা কিয় ?'

'কিন্তু ইয়াৰ বাবে যে আমাক অৱলম্বনৰ দৰকাৰ। আমি প্ৰকৃতি, পুৰুষ অবিহনে আমাৰ স্থায়ীত্ব নাই। আমাক সমানাধিকাৰ দিলে পুৰুষেই দিব লাগিব, কাৰণ আমাক অৱহেলা তথা বঞ্চনা কৰিলে পুৰুষেহে কৰে।'

'তেন্তে পুৰুষক অৱলম্বন হিচাপে গ্ৰহণ কৰা'

'কিন্তু কোন তেও, যিজনাক মই প্ৰকৃত অৱলম্বন হিচাপে গ্ৰহণ কৰিব পাৰো যিজনে মোৰ আশাত সঞ্জিৱনী পানী চটিয়াব পাৰে। পৃথিৱীত এনে পুৰুষ জানো আছে ?'

হাঁহিলে অষ্টাৱক্ৰ। তাৰ পিচত কলে, 'পৃথিৱীখন অকল প্ৰতাৰক আৰু ভণ্ডৰ সমষ্টি বুলি নাভাবিবা স্নাতা। সেইদৰে ভাৱি মানব সভ্যতাৰ গুৰুত্ব লঘু নকৰিবা। তোমাৰ মনৰ মতন মানুহ পৃথিৱীত নিশ্চয় আছে।' 'হয়তো থাকিব পাৰে। কিন্তু......'

'কিন্তু কি ?'

সকলো মানুহেই মোৰ ওচৰত 'মানুহ' নহয়, মোৰ ওচৰত কেৱল বোৰ মানুহৰ অতীৱ আৱশ্যকতা আছে। মোৰ দৃঢ় বিশ্বাস অৱশ্যে আছে এটা। ক্ষেত্ৰত সেয়া হল মই বিচৰা মানুহজনক যদি মই পাবলৈ সক্ষম হও তেন্তে মইও মোক নিজকে সৃষ্টিৰ প্ৰতীক হিচাপে আত্ম-

বিশ্বাসেৰে লব পাৰিম, আৰু সৃষ্টিমুখী কাৰ্য্যত নিজকে আত্মনিয়োগ কৰিব পাৰিম ।'

'তেন্তে কোন তেওঁ ? কাক তুমি মনে প্ৰাণে বিছৰা কাৰ সহায় তোমাৰ কাম্য ।'

'মই.........

'ও কোৱা !'

'মই যদি আপোনাকেই বিছাৰো ।'

'মোক ??'

'এৰা । মই আপোনাকেই বিছাৰো মিষ্টাৰ গগৈ । আপুনি বিছৰা ধৰণেই যদি সমাজ দেশ তথা জাতিৰ কল্যাণ কামনা. ময়ো বিছাৰো, আপুনি আগবঢ়া ধৰণেই যদি মইও সমাজ বিবৰ্ত্তনৰ ভ্ৰান্ত ধ্যান ধাৰণা বোৰ সলনি কৰিবলৈ আগবাঢ়ো, কুৰি শতিকাৰ বৃত্তাসুৰ বধৰ বাবে আপুনি যিদৰে দধিচীৰূপে আত্মত্যাগ কৰিব ওলাইছে, মইও যদি ঠিক সেইদৰে ওলাও, তেন্তে মোৰ প্ৰস্তুতিত আপুনি জানো সহাৰি নজনাব ? মোক জানো অকণ প্ৰেৰণা নিদিব, আগ বাঢ়িবলৈ সাহস নিদিব ? কওক । কওক গগৈ ? নকয় কিয় ?'

প্ৰত্যুত্তৰত অহীন্দ্ৰই মাথো স্নাতাৰ চকুলৈ অনিমেষনেত্ৰে চাইছিল । তাৰ চকুত প্ৰতিফলিত হৈছিল ঐক্যৰ প্ৰস্তুতি । মুখমণ্ডলত বিয়পি পৰিছিল যুগ্মপ্ৰচেষ্টাৰে পৃথিবী জয়ৰ দুৰ্ব্বাৰ কামনা ।

স্নাতাৰ হাত এখন মুঠি মাৰি অহীন্দ্ৰই আত্মসন্তুষ্টিৰে কৈছিল, 'পৃথিৱীখনৰ কদৰ্য্যৰূপ শেষ হৈ আহিছে স্নাতা ।

চাবা অচিৰেই পৃথিবীখন আমি বিছৰা ধৰণে অনন্যসুন্দৰ ৰূপে আমাৰ আগত উদ্ভাষিত হব ।'

শ্ৰদ্ধাভাজন বাছৰুৰ  ১২/৩/৮৪

ছুৰণি বটীয়া মৰম আৰু শ্ৰদ্ধা সাদৰে গ্ৰহণ কৰিব। আমাৰ ভাল। আশাকৰো আপোনাৰো। অৱশেষত মই ইয়ালৈকে আহিলো। কামৰূপ জিলাৰ দক্ষিণ পশ্চিমৰ মেঘালয়ৰ সীমান্তবৰ্ত্তী পামৃহৰিং নামে এই ঠাই ডোখৰ তেনেই অনুন্নত। জনজাতীয় ৰাভা আৰু কাৰ্বি সম্প্ৰদায়ৰ মানুহেই প্ৰধান। অইন মানুহো অৱশ্যে আছে। তথা কথিত ভদ্ৰতাই ঢুকি নোপোৱা আদিম সত্যৰ জীৱন্ত প্ৰতিনিধি এই-লোকসকল। আধুনিকতাৰ ধ্বংস কামীতাই গ্ৰাস কৰিব পৰা নাই বাবেই এইবোৰ মানুহৰ মুখত সদায় পূৰ্ণতাৰ হাঁহি। কিন্তু এই সকল লোক শিক্ষা দীক্ষা অৰ্থনীতি সকলোতে অতি পিচ পৰা। ৰাজনীতি আৰু ইয়াৰ অঙ্গাঙ্গী গণতন্ত্ৰ, সমাজবাদ আদিৰ সমাৰ্থ এইচাম মানুহে বুজি নাপায়। নাপায় মানে বুজাবলৈ চেষ্টা কৰা নহয়। এই সকল মানুহে সদায় প্ৰতাৰণা পায়েই আহিছে। কিন্তু আমাৰ শৰীৰৰ এটি পূৰ্ণ অঙ্গস্বৰূপ এইসকল লোকক আমি আৰু প্ৰতাৰণা কৰা উচিত হব জানো ? আজিৰ শিক্ষিত যুৱক চামে যদি সমতাৰ অগনি প্ৰান্তে-প্ৰান্তে দিশে-দিশে প্ৰজ্বলিত নকৰে মানুহৰ মাজত থকা প্ৰাচীৰ সম ভেদাভেদৰ অৱসান ঘটোৱাৰ প্ৰয়াস নকৰে, কৰিবলৈ আগ নাবাঢ়ে তেন্তে পৃথিবীখন ধ্বংস স্তুপত পৰিণত হবলৈ আৰু বেছি দিন নালা-গিব।, সেই দিন তেনেই সমাগত। বুজিছে বাছৰুৰ শৈশৱ তথা যৌবনৰ মিশ্চন বাস্তৱত ৰূপ দিবলৈ মই ইয়ালৈকে অহাৰ সিদ্ধান্ত গ্ৰহণ কৰিলো। আৰু মই এনে এখন সমাজহে বিছাৰিছিলো যিখন অৱহেলিত, যিখন সমাজে ৰংসবধৰ কিটিপ নাজানে। অইন চাকৰি মই পাইছিলো, কাষৰ কলেজখনতো পোষ্ট খালী আছিল, কিন্তু নক-ৰিলো। কিয় জানেনে ? সেইখন সমাজত চাকৰি কৰি সেইখন

সমাজৰ ছাত্ৰ ছাত্ৰীবোৰক জ্ঞানী কৰা মানুহ বহুত ওলাব ; নগৰমুখী সভ্যতাই সেইবোৰ ছাত্ৰ ছাত্ৰীক উপকৃত কৰিবলৈ সদাপ্ৰস্তুত। কিন্তু এইখন সমাজৰ ছাত্ৰ ছাত্ৰীক মানুহ হিচাপে গঢ় দিবলৈ আগবাঢ়ি অহা মানুহ কম। যি দুই এজন লৰাই উচ্চ শিক্ষা লাভৰ সুবিধা পাইছে তেওঁলোকেও এই গাওঁ ত্যাগ কৰি চহৰমুখী হৈছে সংস্থাপনৰ বাধ্য-বাধকতাত। সেয়েহে এইবোৰ মানুহ প্ৰতাৰিত। কিন্তু এই প্ৰতাৰণা আৰু চলিব দিব নোৱাৰি। একেখন পৃথিবীতে একেখন সমাজতে থাকিও এটা অংশ সদায় পদদলিত হৈ থাকিলে মানব সমাজৰ বাবে 'জীৱ শ্ৰেষ্ঠ মানব' কথাষাৰ বাতুলতাৰ বাহিৰে অন্য একো নহব। সেয়েহে মই ইয়ালৈ আহিলো। নিজে যি শিকিলো সেইখিনিৰ সদ-ব্যবহাৰ কৰি আন দুজনক যাতে আত্ম বিশ্বাসী হিচাপে গঢ় তুলিব পাৰো তাকে মনস্থ কৰি মই ইয়াৰ ওচৰতে স্কুল এখনত মাষ্টৰ হিচাপে কৰ্তব্য পথত ধাৱমান হৈছো। স্কুলখন আগতে এম. ই আছিল, সম্প্ৰতি হাইস্কুললৈ সম্প্ৰসাৰিত কৰাৰ যোগা চলি আছে। স্মৃতাও ইয়াৰে এজনী শিক্ষয়িত্ৰী। দুটাই যিখিনি পইচা পাও তাৰে আধা ঘৰলৈ পঠাও, বাকীখিনিৰে চলি যায় আমাৰ। বাইজে দিয়া মাটিত আমি নিজেই ঘৰ সাজি লৈছো। গাওঁৰ ৰাইজৰ মাজত নিজকে বিলাই দিবলৈ যৎপৰোনাস্তি চেষ্টা চলাইছো। জানো কিমান দূৰ সফল হও।

বাকু মিঠাৰ বাচকৰ আহিলৈ সামৰো। জালুকবাৰীৰ মিঠা স্মৃতিয়ে আমাক নিশ্চয় পাহৰণিৰ গৰ্ভত বিলীন নকৰিব।

ইতি—
অহীন্দ্ৰ গগৈ

চিঠিখন পঢ়ি তন্ময় হৈ বল পিলানি। পিলানিয়ে জানে অহীন্দ্ৰ এক কথাৰ মানুহ। তাৰ বাবে কথা আৰু কাৰ্য্যৰ মাজত সমন্বয় ৰক্ষা প্ৰধান কৰ্তব্য। কিন্তু পিলানিয়ে ভবা নাছিল অহীন্দ্ৰই ইমান সোনকালেই তাৰ কথাবোৰ বাস্তৱত ৰূপ দিবলৈ আগবাঢ়িব বুলি।

তেতিয়া বাতি দহমান বাজিছিল। জালুকবাৰীৰ ৰাতি, কোনো বিশেষত্ব নাই, নিতান্তই সাধাৰণ। আকাশ ভৰা জোৎস্না, ৰূপালী পৃথিৱী, তৰাৰ অপূৰ্ব জিলমিলনি, শিয়ালৰ বিকট আৰাৱ, ঝিলিৰ ঝি ঝি শব্দ, কালেশ্বৰ ধামৰ চানাভকতে গোৱা কামৰূপী লোকগীতৰ মধুৰ সুৰ। সকলো স্বাভাবিক। কতো একো নতুনত্ব নাই।

চিঠিখন জপাই পিলানিয়ে টেবিলৰ ওপৰতে থলে তাৰ পিচত ভায়োলীনখন লৈ বাহিৰলৈ ওলাই আহিল। নিবিষ্টমনে ভায়োলিনত বেপ দিলে। অৰ্থব্যঞ্জক সুৰ কেতবোৰৰ প্ৰকাশ ঘটিল। পিলানিৰ ভায়োলিনৰ সুৰো যেন কৰুণৰ পৰা কৰুণতৰ হৈ উঠিল। একেটা কমৰ আনখন বিছনাত শুই থকা শঙ্কৰৰ টোপনি অহা নাছিল, সি দিবাস্বপ্নত বিভোৰ হৈ আছিল। ভায়োলীনৰ সুৰে সুৰে উন্মনা হৈ শঙ্কৰ অৱলীলা ক্ৰমে বাজলৈ ওলাই আহিল, পিলানিৰ ওচৰত থিয় হল চাপৰীৰ তালে তালে বাজনাগ তন্ময় হোৱাৰ দৰে শঙ্কৰ তন্ময় হৈ বল। সি অনুভৱ কৰিলে যেন তাৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে প্ৰবাহিত হৈছে এক অনাদি অনন্ত আৰু অনন্য সত্তাৰ মৃদু ৰণৰণনি। যি সুৰ পিলানিৰ ভায়োলিনত ফুটি উঠিছে সেই সুৰ যেন তাৰ অতি চিনাকি অতি আপোন। সেই সুৰে তাক আবেগ বিহ্বলা কৰি তুলিলে। দুহাতেৰে ভায়োলীনখনত সাৱটমাৰি ধৰি শঙ্কৰে কলে 'আৰু নবজাব আপোনাকাৰ বন্ধ কৰক।'

'কিয় ? কিছু বজাব নালাগে ভাগৱতী।

পিলানিৰ প্ৰশ্নৰ উত্তৰ শঙ্কৰে দিব নোৱাৰিলে মাথো অতীন্দ্ৰৰ হাতত থকা ভায়োলীন খনলৈ অনিমেষনেত্ৰে চাই বল। তাৰ পিচত বেদনা বিভুৰ কণ্ঠেৰে কলে 'ইমান কৰুণ সুৰ কেনেকৈ ফুটাই তুলিছে বাছকৰ। আপুনি মোৰ হৃদয়ৰ কাৰুণ্যভাখিনি জানিলে কেনেকৈ। কেনেকৈ ফুটাই তুলিলে মোৰ সত্তাৰ বিননি।

আপোনাৰ সত্তাৰ বিননি ?' ওভতাই প্ৰশ্ন কৰিলে পিলানিয়ে। 'আপুনি নাজানেনে ভাগৱতী কাৰণ্য দুখ শোক জড়া ব্যাধিৰ কোনো

প্ৰকাৰ ভেদ নাই। কোনো পাৰ্থক্য নাই। সমগ্ৰ পৃথিবীৰ মানুহৰ শৰীৰৰ তেজ যিদৰে ৰঙা কোনো ভিন্নতা নাই, ঠিক সেইদৰে পৃথিবীৰ সমগ্ৰ মানুহৰ ক্ৰন্দনৰো কোনো ভিন্নতা নাই।

'হব পাৰে। মুৰ দুপিয়াই শঙ্কৰে সমৰ্থন কৰিলে। তাৰ পিচত পুণৰ কলে, 'কিন্তু কিয় জানো আপোনাৰ হাতৰ পৰশত স্পন্দিত হৈ উঠা ভায়োলীনৰ সুৰে মোৰ হৃদয়ত গভীৰ ৰেখাপাত কৰিছে।'

'সেইটো একো আচৰিত কথা নহয় ভাগবতী। কাৰণ মই এই ভায়োলীনত বঞ্চিত জনৰ আত্মাৰ বিননিহে ফুটাই তুলিছো। মোৰ হাতৰ পৰশতে স্পন্দিত হৈ উঠা ভায়োলীনৰ সুৰত মই চিত্ৰিত কৰিব খুজিছো বিশ্বৰ সমগ্ৰ লাচিতৰ আৰ্ত্ত হা-হুমুনিয়াহবোৰ। প্ৰতিধ্বনিত কৰিব বিচাৰিছো জীৱনৰ অমোঘ বাণী, প্ৰত্যয়দীপ্ত জীৱনৰ হিয়াভগা কৰুণ কোৰাছ, যি কোৰাছ হয়তো আপুনিও গাইছে।'

পিলানিৰ কথাবোৰ শঙ্কৰৰ বাবে ভাওনাৰ মুক্তি মঙ্গল ভটিমাৰ দৰে লাগিল। সি আচৰিত হল ছাত্ৰ সমাজৰ উপলুঙাৰ পাত্ৰ অথচ আটাইতকৈ নিৰ্জ্জু আৰু সদাহাস্য লৰাজনৰ হৃদয়পৰশা কথাবোৰ শুনি। মনত পৰিল সেই দিনটোৰ কথা, যিদিনা সি পিলানিক প্ৰথম দেখিছিল। ডিপাৰ্টমেণ্টৰ নবাগত আদৰণি সভাত বক্তব্য ৰাখিবলৈ যোৱা পিলানিক সেইদিনা শঙ্কৰে জুমি জুমি চাইছিল। কাৰণ মেতৰৰ লৰা এজনে ফাষ্ট' ক্লাছ চেকেণ্ড অনাৰ্চ পাই বি. এ পাছ কৰা কথাটোৱে তাৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। সেয়েহে অকল শঙ্কৰেই নহয় বহুতো ছাত্ৰছাত্ৰীৰ পিলানিৰ প্ৰতি কৌতুহল আছিল। কিবাকিবি কৈছিল পিলানিয়ে। নিস্তেজ কণ্ঠেৰে কোৱা অধিকাংশ কথাই শঙ্কৰে সেইদিনা বুজা নাছিল। গান্ধী লেনিন আৰু মাৰ্ক্সৰ লগতে অসমৰ লাচিত মূলাকো একত্ৰিত কৰি কোৱা কথাবোৰ অৱশ্যে শঙ্কৰৰ ভাল লাগিছিল। সেইদিনা সভাৰ শেষত পিলানিৰ সতে শঙ্কৰৰ চিনাকিও হৈছিল। সেই সূত্ৰেই সিহঁতৰ মাজত বন্ধুত্বৰ বান্ধোনৰ সূত্ৰপাত ঘটাইছিল।

ক্ষন্তেক মৌনক্ষণ ভঙ্গৰ পিচত শঙ্কৰে মাত লগালে 'এটা কথা সোধো বাছফৰ আপুনি জন্মান্তৰবাদ বিশ্বাস কৰে ?'

থত মত খাই বৈ গল পিলানি। তাৰ পিচত দোহাৰিলে জন্মান্তৰবাদ, মানে পূৰ্বজন্ম নাইবা পুনৰ্জন্ম নহয় জানো! কিয় সুধিলে ভাগৱতী ?'

'নাই এনেয়ে' উদাস ভঙ্গীত জবাব দিলে শঙ্কৰ ভাগৱতীয়ে। এটি দীৰ্ঘনিশ্বাস এৰি বাৰান্দাৰ খুটা এটাত ভেজা দি আকাশলৈ চাই বল পিলানি। দিগন্ত বিযপা শুভ্ৰকোমল জোৎস্না। জোৎস্নাভৰা পৃথিৱীখন কিয়ে ৰোমান্সময় হৈ পৰিছে। তিৰবিৰাই থকা প্ৰবল উজ্জ্বল নক্ষত্ৰবোৰৰ বিজয় গৌৰৱত ৎফ'ন্দ উঠা আকাশখনলৈ চাই পিলানিয়ে কলে 'এজন ভাৰতীয় হিন্দু হিচাপে মই জন্মান্তৰবাদ বিশ্বাস নকৰা নহয়, কৰো। কিন্তু মই মানিবলৈ টান পাও বৰ্তমান জন্মৰ সুখ দুখৰ কাৰণবোৰ পূৰ্বজন্মৰ কৰ্মফল বুলি।'

'তেন্তে আপুনি ভাৰতীয় দৰ্শন নামানে ?'

'মানো। অলপ মানো। ভাৰতীয় দৰ্শনৰ মই গোড়া সমৰ্থক। ইয়াৰ বিৰোধীতা মই কাহানিও কৰা নাই সেইকণ ধৃষ্টতা মোৰ নাই। কিন্তু ভাৰতীয় দৰ্শন মানে আপুনি কি বুজাব খুজিছে। যদি কব খুজিছে ভগৱান ভাগ্য তথা পূৰ্বজন্মৰ কৰ্মফলৰ কথা তেন্তে মই এই বোৰৰ বিৰোধিতা কৰিম। কিয় জানে ?' পিলানি ক্ষন্তেক ৰল তাৰ পিছত শঙ্কৰৰ দুয়ো কান্ধত ধৰি উচ্চস্বৰেৰে কলে—'কাৰণ ভগৱান, ভাগ্য আৰু পূৰ্বজন্মৰ কৰ্মফলৰ বাছ বিচাৰ আদিয়ে ভাৰতীয় দৰ্শন নহয়। ভাৰতীয় দৰ্শনৰ গভীৰতা অতি মহান, অতি দ। অখিল বিশ্বৰ বিভিন্ন জাতি তথা ধৰ্মৰ দৰ্শনতকৈ ভাৰতীয় দৰ্শনৰ মাহাত্ম্য অতি বেছি সেয়েহে ই বিশ্ববাসীৰ শ্ৰদ্ধাৰ বস্তু।

'তেন্তে ভগৱান, ভাগ্য পূৰ্বজন্মৰ কৰ্মফল আদি শব্দৰ সত্যতা সন্দেহজনক।'

'এৰা। কাৰণ ভগৱান ভাগ্য পূৰ্বজন্মৰ কৰ্মফল আদি শব্দবোৰ জকাৰ

মাজত কলচোপ কলচোপকৈ জীয়াই থকা দৰিদ্ৰচামৰ বাবেহে সৃষ্টি। আৰু এইবোৰৰ বহুল প্ৰয়োগো শ্ৰেণীভেদে হয়। তথাকথিত ব্যক্তিৰ বাবে এই শব্দবোৰৰ গূঢ়তত্ব তেনেই গৌণ। কাৰণ যাৰ হাতত অতুল বৈভৱ থাকে যাৰ হাতত শাসনৰ ৰাঘজৰী থাকে তেৱেই সমাজত প্ৰভু হিচাপে আধিপত্য বিস্তাৰ কৰে। আৰু ইহঁতেই অন্য সমাজ খনক ধৰ্ম আৰু নৈতিকতাৰ নিচাখুৱাই শোষণৰ চক্ৰ অবাধে ঘুৰাই যায়।

'অৰ্থাৎ আপুনি কব খোজে ভগবান নাই!'

'ভগবান নাই বুলি মই নকও। আছে। কিন্তু থাকিলেও ভগবানৰ ওপৰত অতি নিৰ্ভৰশীল হোৱাতো এই নিবিচাৰো। কাৰণ ভগবানৰ ওচৰত লেতু সেতু হোৱা মানে নিজৰ আস্থাহীনতা প্ৰকটভাবে পদৰ্শন কৰা।

'তেন্তে ভগবানক কিভাবে গ্ৰহণ কৰিব লাগিব?'

'বুজিছে ভাগৱতী ভগবান হল এটা শক্তি। অন্তত: শক্তি হিচাপেই গণ্য কৰিব লাগে। মাৰ্ক্সীয় দৰ্শনত আৰু ত ব্যক্তিবিশেষে ভগবান শব্দটো একেবাৰে মুইকৰে। নিজৰ সৃষ্টিৰ গৌৰৱান্বিত বিজ্ঞানেও ভগবানৰ অস্তিত্ব স্বীকাৰ কৰিব নোখোজে। কিন্তু সেয়া নহয়। ভগবান আছে। প্ৰটন, নিউট্ৰন আৰু ইলেক্ট্ৰনৰ মাজত অহৰহ সম্পৰ্ক ৰখা শক্তিয়ে হওক বা অইন শক্তিয়ে হওক এক অদৃশ্য শক্তিয়ে বহি দৃশ্যমান জগতত সংগোপনে ক্ৰিয়া কৰি আছে। গতিকে এইদৰে পদাৰ্থ কণাত নিহিত থকা শক্তিক আমি শ্ৰদ্ধা কৰা উচিত। সেই শক্তিহে আচল শক্তি যি চৰাচৰ জগতখন পৰিচালনা কৰে। ভগবান নামৰ সাকাৰ প্ৰাণী এটি কল্পনা কৰি সেইটোৰ ওচৰত লেতু সেতু হৈ পৰাটো এটা মূৰ্খামিৰ বাহিৰে একো নহয়।'

'যদি সেই মূৰ্তিয়ে আধ্যাত্মিকতা জগাই তোলে?'

'সেয়া সুস্থৰ প্ৰসাৰী তথা ফলপ্ৰসূ নহয়।'

শিলানিৰ কথা শুনি শংকৰ ঠাইতে জমা কাঠ এটুকুৰাৰ দৰে পৰি

বল। তাৰ মগজুৰে পিলানিৰ কথাৰ প্ৰতিবাদ কৰাৰ কোনো যুক্তি নাপালে। তাৰ বল্পনাই পৃথিৱী এৰি অজান মুলুকলৈ উৰা মাৰিলে। কেইমুহূৰ্তমানলৈ শঙ্কৰৰ মনৰ পৰা অতীত বৰ্ত্তমান তথা আশাপূৰ্ণ ভৱিষ্যৎবোৰ হেৰাই গল। সি অনুভৱ কৰিলে যেন তাৰ হৃদস্পন্দন স্তব্ধ হৈ পৰিছে, সি জড় হৈ গৈছে, তাৰ চেতন মনৰ বিলুপ্তি ঘটিছে সি ক্ৰমে এনাস্থেচীয়া প্ৰয়োগ কৰা এটুকুৰা মাংসপিণ্ডত পৰিণত হৈছে।

এটা সময়ত চোতালত পাৰি থোৱা কাঠৰ ওপৰতে শঙ্কৰ নিদ্ৰা-দেৱীৰ কোলাত ঢলি পৰিল। নাকেৰে বিকট শব্দ কৰি নিশ্চিন্তমনে শুই পৰা শঙ্কৰৰ কালে চাই পিলানিৰ সহানুভূতিৰ সলনি পুতৌ জন্মিল। তাৰ শেতাপৰা মুখমণ্ডলত বিয়পি থকা বেদনা ৰাশি বুজি-বলৈ পিলানিয়ে চেষ্টা কৰিলে পূৰ্ণযৌবনৰ অধিকাৰী এজন পাহোৱাল যুৱক। কিন্তু তাৰ মুখমণ্ডলত যৌবন সুলভ ৰমণীয়তা নাই, আছে হতাশাৰ বেথাভৰা প্ৰকাশ। শঙ্কৰ হয়তো কাপুৰুষ নহয়, কিন্তু সি আৰু তাৰ দৰে যুৱক চলে কঢ় বাস্তৱৰ সমুখীন হবলৈ ভয় কৰে। সেয়েহে সিহঁতে সংস্কাৰৰ সপোন দেখি শৰীৰত পুলক অনুভৱহে কৰে তাৰ যথাৰ্থ মূল্যায়ন কৰিব নোৱাৰে ইয়াৰ বাবে আৱশ্যকীয় মানসিক প্ৰস্তুতিৰ সিহঁতৰ খুউব অভাব। আৰু সেই কাৰণেই ভায়োলীনৰ করুণ সুৰত উন্মনা হৈও সেই সুৰ কৰ খোজা কথাবোৰৰ যথাৰ্থ মূল্য হৃদয়-ঙ্গম নোকৰোতেই শঙ্কৰ নিদ্ৰাদেৱীৰ কোলাত আনন্দলে শুই পৰিল। অতি আবেগিক হৈ পৰা বাবেই নেকি শঙ্কৰহঁতে কোনো গূঢ় তত্বই সূক্ষ্মভাবে বুজাব নোৱাৰি। আৰু সিহঁতে অলপ বুজিলেই উত্তেজিত হয় কিন্তু সেই উত্তেজনাও ধান খেৰৰ জুইৰ দৰে নিমিষতে হ্ৰাস পায়। নিদ্ৰামগ্ন শঙ্কৰৰ আওপকীয়াকৈ থকা হাত এখন ভালকৈ দি পিলানিয়ে পুনৰ হাতত ভায়োলীনখন লৈ সুৰ সৃষ্টিত মগন হল। এটাৰ পিছত এটাকৈ সুৰ সৃষ্টি কৰি সি যেন সুৰৰ ছন্দৰ মৃদু প্লাবনেৰে পৃথিৱীখন প্লাবিত কৰি তুলিব পৃথিৱীৰ সমস্ত আবৰ্জনা ধুই নিকা কৰি তুলিব। তাৰ চকুত ভাহি উঠিছে ইপ্সিত পৃথিৱীৰ ছবি যিখন অতি সুন্দৰ মোহময়ী।

দীঘলীয়া ৰাতিটোৰ দীৰ্ঘতা ক্ৰমে লোপ পাই আহিছিল। দিগন্ত বিয়পাই জোনাক বিলাই জোনবাই জনী শেতা হাঁহিৰে বিদায়ৰ বেদনাৰে ভাৰাক্ৰান্ত হৈ পৰিছিল। পূব আকাশ হৈ পৰিছিল ন বোৱাৰীৰ কপালৰ সেন্দুৰৰ ফোঁটটিৰ দৰে দগমগীয়া ৰঙা।

এয়া সূৰ্যোদয়ৰ প্ৰাৰম্ভিক প্ৰস্তুতি। অলপ পিচতে সূৰ্য্য উদয় হ'ব। উদিত সূৰ্য্যৰ তেজবৰণা কিৰণে উজ্বলাই তুলিব এই মহাবিশ্ব। জাগৰিত হ'ব মানুহৰ সুপ্ত আশা আকাংখ্যা আৰু সৃষ্টিৰ স্বপ্ন। যি "স্বপ্ন অতীন্দ্ৰই দেখিছিল, পিলানিয়ে দেখিছিল, মাতাই দেখিছিল, শঙ্কৰে দেখিছিল ...... আৰু দেখিছিল পৃথিবীৰ বঞ্চিত যুৱক চামে।

